১৭.২.৭১

# বত্ৰিশ পুতলা

॥ মহাকবি কালিদাসৰ অমৰ লিখনিৰ
সংস্কৃত অসমীয়া অনুবাদ ॥

শ্ৰীকেশবানন্দ শৰ্মা পাঠক



প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী-৩

প্ৰথম সংস্কৰণ ১৯৭৬ (ফেব্ৰুৱাৰী)

মূল্য ঃ সাত টকা

মুদ্ৰাকৰ
শ্ৰীমনোৰঞ্জন সাহা
পূৰ্বাঞ্চল মুদ্ৰণী
১৮ বামনাথ বিশ্বাস লেন
কলিকতা-৭০০০০৯

শ্ৰদ্ধাঞ্জলি

পৰম পূজনীয় স্বৰ্গীয় পিতৃদেৱতা
৺দুৰ্গাৰাম শৰ্মা পাঠক
আৰু
পৰম আৰাধ্যতমা স্বৰ্গীয়া মাতৃদেৱী
৺ধৰ্মেশ্বৰী দেৱীৰ
পবিত্ৰ স্মৃতিত
বত্ৰিশ-পুতলাৰ উপাখ্যানখন
অৰ্পণ কৰা হ'ল।

প্ৰণত
কেশৱ

## নিবেদন

চতুর্মূ্খাম্ভো জবন হংস ধূর্ম্ম্।
মানসে ৰমতাং নিত্যং সৰ্বশুক্লা সৰস্বতী ॥
শ্ৰীপুৰাণ-পুৰুষং পুৰাতনং, পদ্ম সম্ভৱমুখা স্তুতংময়া
সুপ্ৰণম্য সুভগাং সৰস্বতীং বিত্ৰমাৰ্কচৰিতং বিৰচ্যতে ॥

ওপৰত লিখা স্তব পাঠ কৰি ভাৰতবৰ্ষৰ বিখ্যাত সংস্কৃত মহাকবি কালিদাসে চতুৰ্মুখৰ মুখকমলত বনহংসৰ দৰে সৰ্বাঙ্গ শুক্লা-বৰ্ণ বিশিষ্টা সৰস্বতী দেৱী মোৰ মানস সৰোবৰত বিৰাজিত হৈ থাকক বুলি সৰস্বতী দেৱীক প্ৰণাম কৰি মহাৰাজ বিক্ৰমাদিত্যৰ চৰিত্ৰ বৰ্ণনা কৰিছে। ময়ো সেই মহাকবি কালিদাসৰ পবিত্ৰ স্মৃতি স্মৰণ কৰি তেখেতৰ অমৰ লিখনিৰ সংস্কৃত গল্প (১) ভৰ্তৃহৰিৰ বৈৰাগ্য কথা, (২) বহুশ্ৰুত উপাখ্যান আৰু (৩) বত্ৰিশ-পুতলাৰ গল্পবিলাক অসমীয়া ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিলোঁ। আমাৰ অসমীয়া ভাষাটো সহজ আৰু সৰল। অতি কম সময়তে শিকিব পৰা অসমৰ সুৱদী ভাষা অসমীয়া "অসমীয়াৰ চিৰ-চেনেহী ভাষা-জননী" কিতাপখন অনুবাদ কৰোঁতে মই সংস্কৃত আৰু বঙ্গালী অনুবাদ অধ্যয়ন কৰি যতদূৰ পাৰোঁ সহজ আৰু সৰল ভাষাত যত্নকৰি লিখিলোঁ। অনুবাদৰ গুণাগুণ মাননীয় সাহিত্যসেৱী সুধীবৃন্দৰ হাতত। অনুবাদ সাহিত্য ৰচনা কৰাও কম টান নহয়। অনুবাদ সাহিত্যৰ এইখন কিতাপ মোৰ দ্বিতীয় প্ৰয়াস।

প্ৰথম মহাত্মা গান্ধীৰ জীৱনীখন ১৯৪৪ শকত অসহযোগ আন্দোলনৰ সময়ত প্ৰকাশ কৰোঁ। তৃতীয় প্ৰয়াসত Bhavan's Journal (ভৱনচ্ জৰনেলত) "They stood for our Dharma" অৰ শিতানত ইংৰাজীত প্ৰকাশিত হোৱা ৩৫টা মান আধ্যাত্মিকমূলক গল্প অনুবাদ কৰি লিখি থৈছোঁ। মই ১৯৫৫ চনত চাহ বাগানৰ কামৰ-

পৰা অৱসৰ লোৱাৰ পিছত এনেয়ে ঘৰত বহি উদ্দেশ্যবিহীন হৈ ঘূৰিফুৰাতকৈ মোৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীমান জ্ঞানানন্দ শৰ্মা পাঠকে লিখা চিঠি এখনত "দেউতা আপুনি আন চিন্তা এৰি এতিয়া ধৰ্মসম্পৰ্কীয় কথাত মন দিয়ক। সাধুকথা আদি সংগ্ৰহ কৰিলে মই ছপাই উলিয়াই দিব পাৰিম" বুলি আশা দিয়াত ওপৰত উল্লেখ কৰা কিতাপখিনি লিখিলোঁ। শ্ৰীমান জ্ঞাননে মোক এনেকৈ উদ্‌গনি নিদিয়াহেঁতেন হয়তো মোৰ বহুমূলীয়া সময় এনেয়ে নষ্ট হ'লহেঁতেন। সেই বাবে শ্ৰীমান জ্ঞানেনক মোৰ অন্তৰৰ শুভাশীৰ্বাদ দিলোঁ। কিতাপখনৰ পাণ্ডুলিপিটো ছপাখানালৈ দিয়াৰ আগত মই নিজেই লিখি দিলোঁ।

সৰ্বশেষত মোৰ নিবেদনৰ কথা ইমানতে শেষ কৰি সবিনয়ে ইয়াকে ক'ব খোজোঁ যে মোৰ এই কিতাপখন যদি সদাশয় পঢ়ুৱৈ সমাজে ভাল পাই তেতিয়াহ'লে মোৰ পৰিশ্ৰম সাৰ্থক হ'ব বুলি ভাবিম। সাহিত্য-সেৱী সুধীবৃন্দই কিতাপখনৰ ভুল-ভ্ৰান্তি ক্ষমা কৰিব এয়ে মিনতি। ইতি

বিনীত
শ্ৰীকেশবানন্দ শৰ্মা পাঠক

তৰাজান, যোৰহাট
১ আগষ্ট, বৃহস্পতিবাৰ, ১৮৭৪ শক

## সূচীপত্ৰ


১॥ ভৰ্তৃহৰিৰ বৈৰাগ্য কথা ১
২॥ বহুশ্ৰুত-উপাখ্যান ৬
৩॥ বত্ৰিশ-পুতলাৰ উপাখ্যান ২৬

## ভর্তৃহৰিৰ বৈৰাগ্য কথা

এদিন দেৱী জগদম্বাই পৰম শোভাপন্ন কৈলাশ পৰ্বতৰ শিখৰত একে আসনতে বহি মহাদেৱৰ লগত জিৰণি লৈ থাকোঁতে মহাদেৱক ক'লে, "স্বামী, বুদ্ধিমান লোকসকলে বেদ শাস্ত্ৰাদি আলোচনা কৰি বিবাদতেই কাল যাপন কৰে। আনফালে অজ্ঞানী লোকে শুই শুই হাই-কাজিয়া কৰি বিবাদত সময় নষ্ট কৰে। সেই কাৰণে সকলোৱে সময়ৰ সৎ ব্যৱহাৰ কৰিব পৰা মনোমোহা উপন্যাস আদিৰ চৰিত্ৰ কোৱা ভাল।" তেতিয়া মহাদেৱে পাৰ্বতীক ক'লে, "প্ৰাণেশ্বৰী, কাণ পাতি শুনা ; মই সকলোৰে মনজুৰ কৰিব পৰা মনোৰম গল্প কৈছোঁ।"

এই পৃথিৱীত ইন্দ্ৰৰ অমৰাৱতীকো চেৰ পেলাব পৰা উজ্জয়িনী নামৰ এখন নগৰ আছে। সেই নগৰত ভৰ্তৃহৰি নামৰ এজন ৰজা আছিল। ৰজাৰ ভুইভৰি ওচৰৰ সামান্য ৰজাৰ ৰাণীসকলৰ শিৰৰ সেন্দুৰৰ দ্বাৰাই অৰুণ বৰ্ণ ধাৰণ কৰিছিল। বিক্ৰমাদিত্য নামেৰে ৰজাৰ এজন নুমলীয়া ভায়েক আছিল। তেওঁ নিজ বাহুবলেৰে শত্ৰুবিলাকক পৰাজিত কৰিছিল। ভৰ্তৃহৰিৰ অনঙ্গসেনা নামৰ এগৰাকী লাৱণ্যৱতী তিৰোতা আছিল।

তেওঁ ইমান ৰূপহী আছিল যে দেৱকন্যা সকলো তেঁওৰ ৰূপ-লাৱণ্যত সমকক্ষ হ'ব পৰা নাছিল। সেই নগৰত সকলো কলা-শাস্ত্ৰ আৰু মন্ত্ৰাদিত পাৰ্গত এজন দুখীয়া ব্ৰাহ্মণ আছিল। তেওঁ মন্ত্ৰশক্তিৰ দ্বাৰাই ভগৱতী ভুবনেশ্বৰীক সন্তোষ কৰিছিল। দেৱীয়ে ব্ৰাহ্মণৰ মন্ত্ৰ-প্ৰাৰ্থনাত প্ৰসন্ন হৈ ক'লে, "ব্ৰাহ্মণ, মই তোমাৰ মন্ত্ৰ অনুস্থানত আনন্দ পাইছোঁ। তুমি মোৰ বৰ লোৱা।" দেৱীৰ কথা শুনি ব্ৰাহ্মণে ক'লে, "ভগৱতী, তুমি যদি মোৰ মন্ত্ৰ প্ৰাৰ্থনাত সন্তোষ পাইছা তেনেহলে মোক জৰা মৰণ বৰ্জিত কৰি অমৰ কৰা।" দেৱীয়ে ব্ৰাহ্মণক এটা অপূৰ্ব ফল দি ক'লে, "পুত্ৰ, তুমি এই দিব্য ফলটো লোৱা। ইয়াক খালে তুমি অমৰ হ'বা।" ব্ৰাহ্মণে সেই সুন্দৰ ফলটো লৈ ঘৰলৈ গ'ল।

তেওঁ দেৱতাক পূজা-পাতল দি ফলটো খাবলৈ ধৰোঁতেই উৎকণ্ঠিত হ'ল। তেঁও ক'লে, "মই দৰিদ্ৰ ব্ৰাহ্মণ। অমৰ হৈ মই কাৰ উপকাৰ কৰিম? পৰোপকাৰী মানুহে এই ফল খালেহে সকলোৰে মঙ্গল হ'ব। কাৰণ যি লোক জ্ঞানী, ধনী, মানী এনে লোক যদি অলপ সময়ো জীয়াই থাকে তথাপি তেওঁৰ জীৱন ধন্য। শাস্ত্ৰত কৈছে বিদ্যাৱন্ত, পৰাক্ৰমী, ধনবান লোকে যদি খন্তেকীয়া জীৱনো যাপন কৰে তেতিয়াহলে সেই গুণবিলাকেই তেওঁলোকৰ জীৱনৰ আনন্দদায়ক ফল হয়।"

কাউৰীয়েও পূজাৰ উপহাৰ আদি খায় বহুত বছৰ জীয়াই থাকে; কিন্তু সিহঁতৰ জীৱনৰ কোনো মূল্য নাই। যশ আৰু ধৰ্মৰ জীৱনকেই যথাৰ্থ জীৱন বুলিব পাৰি। উপকৰণাদি বস্তু খায় দুঃখত জীৱন যাপন কৰি কাউৰী বহুত দিন জীয়াই থাকিলেও তেনে জীৱনক সফল জীৱন বুলিব নোৱাৰি। যিজন মানুহ জীয়াই থাকিলে বহুতৰ জীৱন ৰক্ষা পৰে তেনে মানুহৰ জীৱনেই সাৰ্থক। আনফালে দেখক চৰাইবিলাকেও নিজৰ ঠোঁটেৰে আহাৰ খায় পেট পূৰণ কৰে। তেনেস্থলত মানুহে কেৱল নিজৰ পেট পোহোতেই সময় কটাই। তেওঁলোক নীচ মানুহ। এনেধৰণৰ হেজাৰ হেজাৰ মানুহ আছে যাৰ পৰোপকাৰেই জীৱনৰ ব্ৰত। তেনেধৰণৰ সৎলোক বহুতৰ মাজত সচৰাচৰ দুজন এজনহে আছে। সমুদ্ৰত থকা অগ্নিয়ে নিজৰ পূৰণ কৰিব নোৱৰা উদৰ পৰিপূৰ্ণ কৰিবৰ কাৰণে সাগৰৰ পানী খায়ো হেপাহ নপলাই; আনফালে মেঘে ৰ'দৰ তাপত দগ্ধহোৱা জগতৰ তাপ নিবাৰণৰ কাৰণে সাগৰৰ পানী পান কৰে। ব্ৰাহ্মণে মনে মনে ভাবিলে, যদি ৰজাক এই ফল দিয়া হয় তেওঁ অমৰ হৈ সকলোৰে উপকাৰ কৰিব। ইয়াকে চিন্তা কৰি তেওঁ ৰজাৰ ওচৰলৈ গৈ আশীৰ্বাদ দি ক'লে, "হে ৰজা, ভুজঙ্গ নামধাৰী ত্ৰিলোচন আৰু পীতাম্বৰ নামধাৰী নাৰায়ণে আপোনাৰ মঙ্গল কৰক।" এই বুলি ৰজাৰ হাতত ফলটো প্ৰদান কৰিলে আৰু ক'লে, "হে ৰজা, মই ভগৱতীৰ কৃপাত বৰ স্বৰূপে এই অপূৰ্ব ফলটো লাভ কৰিছোঁ। আপুনি এই ফলটো খাওঁক অমৰ হ'ব।" ৰজাই ব্ৰাহ্মণৰপৰা ফলটো



গ্ৰহণ কৰি তেঁওক পুৰস্কাৰ দি বিদায় দিলে। তেওঁ ক্ষন্তেকপৰ টলকা মাৰি ভাবিলে, এই ফল খালে মই অমৰ হ'ম। অনঙ্গসেনা মোৰ অতি মৰমৰ তিৰোতা। মই জীয়াই থাকি তেওঁ মৰিলে তেওঁৰ বিয়োগ মই সহ্য কৰিব নোৱাৰিম। সেই কাৰণে এই ফল মোৰ প্ৰাণপ্ৰিয়া অনঙ্গ সেনাক দিম। ইয়াকে ভাবি ৰজাই অনঙ্গসেনাক মাতি আনি ফলটো দিলে। অনঙ্গসেনাৰ মথুৰা দেশৰ এটা মৰমৰ চাকৰ আছিল। তেওঁ নিজে ফলটো নেখায় তেওঁৰ চাকৰটোক দিলে। চাকৰটোৰ আৰু' কোনোৱা এজনী দাসীৰ লগত প্ৰণয় থকাত সি তাৰ প্ৰণয়িণীক ফলটো দিলে। সেই দাসীজনীয়ে আৰু' কোনোৱা এটা গৰখীয়াক ভাল পাইছিল। তাই নিজে নেখায় গৰখীয়াক ফলটো দিলে। গৰখীয়াটোৰ আৰু' এজনী গোৱৰ-জাৰৰ পেলোৱা ঠাইসাৰতীৰ লগত প্ৰীতি আছিল। সিও তাইৰ মৰমত ফলটো তাইক দিলে। এইদৰে ৰজাৰ হাতৰ পৰা ফলটো ইহাত সিহাতকৈ ডলাৰ বগৰি বাগৰাৰ দৰে বাগৰি বাগৰি ভগৱতীৰ কৃপাত পোৱা ফলটো আহি অৱশেষত ঠাইসাৰতীৰ হাতত পৰিলহি।

এইদৰে কিছুদিন গ'ল। এদিন সেই ঠাইসাৰতীজনী গাঁওৰপৰা বাহিৰলৈ তাইৰ গোবৰৰ পাচিৰ ওপৰত সেই দিব্য ফলটো লৈ ৰাজ-বাটেদি আহিছিল। ঠিক ৰজাইও সেই সময়তে ৰাজকুমাৰ সকলৰ লগত ফুৰিবলৈ ওলাই আহিছিল। ৰজাই ঠাইসাৰতীৰ গোবৰৰ পাচিৰ ওপৰত ফলটো দেখি তেওঁ তাইৰ হাতৰ পৰা ফলটো লৈ ঘৰলৈ আহিল। ইয়াৰ পাছত ৰজাই ব্ৰাহ্মণক মতাই আনি তেওঁক সুধিলে, "হেৰা ব্ৰাহ্মণ, তুমি যে মোক সিদিনা ভগৱতীৰ কৃপাত পোৱা দিব্য ফলটো দিছিলা তেনে ফল অন্য ক'ৰবাত আছে নে?" ব্ৰাহ্মণে ক'লে, "হে ৰজা, সেই ফল দেৱতাৰ যোগ্য আৰু দেৱীৰ প্ৰসাদ হিচাপে বৰত পোৱা অপূৰ্ব ফল। তেনেধৰণৰ ফল আন ঠাইত পাবলৈ নাই। ৰজা সাক্ষাৎ ঈশ্বৰ। তেওঁৰ আগত মিছা কথা কোৱা অনুচিত, ৰজাক দেৱতা দেখাদি দেখিব লাগে। শাস্ত্ৰত কৈছে যে ৰজা সৰ্বদেৱময়।"

এইটো কথা ঋষিসকলেও কৈছে। অতএব তেওঁক দেৱতাৰ দৰে দৰ্শন কৰি সুধীবৃন্দই তেওঁৰ আগত মিছা কথা কেতিয়াও নক'ব। তেতিয়া ৰজাই ব্ৰাহ্মণক সুধিলে, এনেকুৱা এটা ফল এজনী তিৰোতাই মোক দেখুৱালে সেইটো কেনেকৈ সম্ভৱ হ'ব পাৰে? ব্ৰাহ্মণে ৰজাক সুধিলে, আপুনি সেই ফল খালে নে কি? ৰজাই ক'লে, মই নাই খোৱা। ফলটো মই মোৰ প্ৰাণপ্ৰিয়া অনঙ্গসেনাক দিছিলোঁ। ব্ৰাহ্মণে ৰজাক ক'লে, আপুনি তেওঁক সোধক সেইফল লৈ তেওঁ কি কৰিলে। অনঙ্গসেনাক মাতি আনি ৰজাই তেওঁক শপত খুৱাই সোধাত তেওঁ মাথুৰিক ফলটো দিলো বুলি ক'লে। মাথুৰিক মতাই আনি সোধাত সি এজনী দাসীক ফলটো দিলো বুলি ক'লে। দাসীক সোধাত তাই ক'লে, মই গৰখীয়াক দিলোঁ। গৰখীয়াই ক'লে, মই গোবৰ পেলোৱা ঠাইসাৰতীক দিলোঁ।

এই কথাবিলাক শুনাৰ পিছত ৰজাই বলীয়া মানুহৰ দৰে প্ৰলাপ বকিবলৈ ধৰিলে। ৰজাই ক'লে, ৰূপ আৰু যৌৱন মনোহৰ হ'লেও তাত মানুহবিলাকৰ অভিমান বেছি হোৱাটো অথলে যায়।

কাৰণ তিৰোতাবিলাকে লাজত মুৰ দোঁৱাই থাকিলেও তেওঁলোকৰ মনত উদয় হোৱা মনোভাব প্ৰভুয়ে সকলো ৰকমৰ অপকৰ্ম কৰি থাকে। কি আচৰিত! তিৰোতাসকলৰ মন হৰণ কৰিবৰ কাৰো সমৰ্থ নাই। শাস্ত্ৰত কৈছে ঘোঁৰাৰ বেগ, ব'হাগমাহৰ মেঘৰ গাজনী, তিৰোতাসকলৰ চৰিত্ৰ, পুৰুষৰ ভাগ্য, কম বেছি বৰষুণৰ কথা দেৱতাসকলেও নাজানে। মানুহে কেনেকৈ জানিব? চিকাৰীয়ে বনত থকা চৰাইবিলাকক ধৰিবলৈকো সমৰ্থ হয়, বোৱতী নৈত নাৱ বায় যাব পাৰি; কিন্তু আচৰিত কথা তিৰোতা সকলৰ চঞ্চল মনৰ গতি কোনেও থিৰ কৰিব নোৱাৰে। অপুত্ৰকৰ ৰাজলক্ষ্মী, আকাশৰ ফুলৰ শোভা, কেতিয়াবা দৈবাৎ হ'ব পাৰে; কিন্তু নাৰীসকলৰ অপবিত্ৰ মন কোনো পধ্যেই পবিত্ৰ নহয়। যি সকল যোগীয়ে সংসাৰৰ সুখ-দুঃখ জয় কৰি জীৱন ধাৰণ কৰে তেওঁবিলাকেও তিৰোতাবিলাকৰ দুৰভিসন্ধিৰ কথা



বুজিব নোৱাৰে। নিৰ্মল মনৰ সাধুসকলে কয় যে নাৰীসকলে নিজৰ কাৰ্য্য সমাধা কৰি অন্য পুৰুষ পাবলৈ কামনা কৰে। তিৰোতাবিলাকৰ স্বভাব এনেকুৱাই। আনফালে তিৰোতাসকলে কাজল তন্ত্ৰ-মন্ত্ৰ আৰু বিনয়তাৰ দ্বাৰাই জ্ঞানবান পণ্ডিতসকলক ক্ষন্তেকতে বঞ্চনা কৰে। তেওঁবিলাকৰ ভাল বেয়াৰ বিচাৰ নাই। জাতিকুল পৰিভ্ৰষ্ট অতিহীন অস্পৃশ্য মৰণাপন্ন মানুহকো তেওঁবিলাকৰ অতি মৰমৰ প্ৰিয়তম বন্ধু বুলি বিবেচনা কৰে। তিৰোতাসকলক গৌৰৱেৰে মান-সৎকাৰ কৰি সাদৰেৰে সৎসঙ্গত ৰাখি কোলাত ল'লেও তেওঁবিলাকে স্বভাবত বেয়াকাম কৰি নিজৰ দোষ প্ৰকাশ কৰে। অকল সেয়ে নহয়, তিৰোতা সকলে ধনলাভৰ কাৰণে কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে আৰু পুৰুষসকলৰ বিশ্বাস উৎপাদন কৰে; কিন্তু তেওঁলোকে নিজে পুৰুষক বিশ্বাস নকৰে। সেই কাৰণে কুলশীল পুৰুষসকলে সদায় তিৰোতা সকলক মৰিশালিৰ ফুলৰ দৰে পৰিত্যাগ কৰিব। বৈৰাগ্যৰ তুল্য ভাগ্য নাই, বোধৰ সমান বন্ধু নাই, ঈশ্বৰৰ বাহিৰে পৰিত্ৰাণ কৰোঁতা কোনো নাই আৰু সংসাৰৰ সমান শত্ৰু নাই। এইবিলাক শ্লোক পাঠ কৰি ভৰ্তৃহৰি ৰজা পৰম ব'ৰাগী হ'ল আৰু তেওঁ বিক্ৰমাদিত্যক ৰাজ্যত ৰজাপাতি নিজে বাণপ্ৰস্থী হৈ বনলৈ গমন কৰিলে।

॥ ভৰ্তৃহৰিৰ বৈৰাগ্য কথা সমাপ্ত ॥

# বহুশ্ৰুত উপাখ্যান

ভৰ্তৃহৰি ব'ৰাগী হৈ বানপ্ৰস্থী হ'ল। বিক্ৰমাদিত্য ৰাজপাটত উঠি দেৱতা ব্ৰাহ্মণ অনাথ দুঃখীয়া-নিছলা, খোৰা-কুঁজা সকলোৰে মনোবাঞ্ছা পূৰণ কৰি প্ৰজা পালন কৰিবলৈ ধৰিলে। তেওঁ পৰিচাৰক প্ৰভৃতি চাকৰ-নাকৰবিলাকক সন্তোষ দি তলতীয়া ৰজাসকলৰ বাক্য প্ৰতিপালন কৰি, প্ৰজাসকলৰ মন হৰণ কৰি, সকলোৰে মনত আনন্দ দি ৰাজ্যকাল অতিবাহিত কৰিবলৈ ধৰিলে।

এইদৰে কিছুকাল যোৱাৰ পিছত এদিন এজন নাঙ্গঠা ফকিৰ ৰজাৰ ওচৰত উপস্থিত হৈ ক'লে, "যিজনে অৱলীলা কৰি ভূমণ্ডলক মণ্ডলাকাৰত ধাৰণ কৰিছে সেই ভগৱান হ'ব আৰু বৰাহৰূপী হৰিয়ে আপোনাক বিপুল ধন-সম্পত্তি দান কৰক।" এইদৰে আশীৰ্বাদ দি ৰজাৰ হাতত এটা ফল দি ক'লে, "হে ৰজা, মই কৃষ্ণা চতুৰ্দশীত মহা শ্মশানত আঘোৰ মন্ত্ৰৰ দ্বাৰাই হোম কৰিম। তাত আপুনি উত্তৰসাধক হৈ থাকিব।" ৰজা সেই কথাত মান্তি হ'ল। বিক্ৰমাদিত্যৰ সেই প্ৰসঙ্গত বেতাল প্ৰসন্ন হ'ল আৰু তেওঁ অষ্ট-সিদ্ধি লাভ কৰিলে। সেই সময়ত বিক্ৰমাদিত্যৰ নিচিনা কোনো পৰাক্ৰমী ৰজা নাছিল। তেওঁৰ যশস্যা গঙ্গানৈৰ সোঁতৰ দৰে সৰগৰীয়াকৈ গোটেই ৰাজ্যতে বিয়পি পৰিছিল। ঠিক সেই সময়তে স্বৰ্গলোকত দেৱৰাজ ইন্দ্ৰই বিশ্বামিত্ৰ ঋষিৰ তপ ভাঙ্গিবৰ কাৰণে স্বৰ্গৰ অপেশ্বৰী ৰম্ভা আৰু উৰ্বশীক মতাই আনি ক'লে, "তোমালোকৰ ভিতৰত নৃত্য আৰু সঙ্গীতত যেয়ে শ্ৰেষ্ঠ স্থান অধিকাৰ কৰি বিশ্বামিত্ৰ ঋষিৰ তপ ভাঙ্গিব পাৰিবা মই তেওঁকেই পুৰস্কাৰ দান দিম।" ইয়াকে শুনি ৰম্ভাই ক'লে, দেৱৰাজ, মই নৃত্যত অতিশয় নিপুণা। উৰ্বশীয়ে ক'লে, দেৱৰাজ, মই শাস্ত্ৰোক্ত নৃত্যত পাৰ্গত। এইদৰে উভয়ৰে মাজত বিবাদ হোৱাত দেৱৰাজে কথাটো নিৰ্ণয় কৰিবলৈ দেৱতাসকলৰ এখন সভা পাতিলে।

প্ৰথমদিনা ৰম্ভাৰ নৃত্য আৰম্ভ হ'ল। পিছদিনা উৰ্বশীৰ নৃত্য হ'ল।



দেৱতাসকলে উভয়ৰ নৃত্যতে সন্তোষ পালে। কিন্তু নৃত্যত কোন গৰাকী-নৰ্তকী অতিশয় নিপুণা সেইটো দেৱতাসকলৰ ভিতৰত কোনেও স্থিৰ কৰিব নোৱাৰিলে। তেতিয়া দেৱঋষি নাৰদে ক'লে, "পৃথিৱীত বিক্ৰমাদিত্য নামেৰে এজন ৰজা আছে। তেওঁৰ সকলো কলা-বিদ্যাত গভীৰ জ্ঞান আছে। বিশেষকৈ নৃত্য-শাস্ত্ৰত তেওঁৰ অভিজ্ঞতা বৰ ভাল। উভয় নৰ্তকীৰ নিপুণতাৰ বিবাদ তেওঁহে মিটাব পাৰিব।" নাৰদৰ কথাত দেৱৰাজ ইন্দ্ৰই বিক্ৰমাদিত্যক নিমন্ত্ৰণ কৰিবৰ কাৰণে মাতলিক ৰথেৰে সৈতে পৃথিৱীলৈ পঠালে। বিক্ৰমাদিত্য ইন্দ্ৰৰ নিমন্ত্ৰণত দেৱসভাত উপস্থিত হ'লহি। দেৱৰাজে তেখেতক যথাযোগ্য সন্মান কৰি উত্তম আসনত বহুৱালে। পুনৰ নৃত্যস্থান সুন্দৰকৈ সজালে। প্ৰথমদিনা ৰম্ভাই নৃত্য আৰম্ভ কৰিলে। দ্বিতীয়দিনা যথাসাধ্য শাস্ত্ৰীয় নৃত্য কৰি দেখুৱালে। নৃত্যৰ অন্তত বিক্ৰমাদিত্যই উৰ্বশীৰ নৃত্যক প্ৰশংসা কৰি তেওঁৰ জয় কীৰ্তন কৰিলে। ইন্দ্ৰই বিক্ৰমাদিত্যক সুধিলে উৰ্বশীৰ কেনেকৈ জয় হ'ল? বিক্ৰমাদিত্যই ক'লে, "নৃত্যত প্ৰথম অঙ্গৰ সৌন্দৰ্য্যই প্ৰধান। নৃত্যশাস্ত্ৰত এই কথাৰ বৰ্ণনা আছে। কম বেছি উচ্চ আৰু নীচভাৱে অঙ্গবিলাকৰ সঞ্চালন আৰু ভৰিৰ বুলন, কঁকাল, চকুৰ চেলাউৰিৰ মাজভাগ, মূৰ, বুকু আৰু কাণ এইবিলাকৰ সমান অৱস্থিতি প্ৰধান প্ৰধান বিশ্ৰাম স্থানবিলাকৰ মনোৰঞ্জন দৃশ্য, উৰুস্থলৰ সম্যক উন্নতি বিশেষৰূপে অভ্যাস অস্খলন আৰু ভৰিৰ চলনৰ সৌন্দৰ্য্যতা এইবিলাক গুণেই নৃত্য-নিপুণ শিল্পীসকলৰ প্ৰধান গুণ। নৰ্তকীৰ ৰঙ্গযোগ্য ৰূপত অৱস্থান বিশেষভাৱে প্ৰকাশ কৰা কৰ্তব্য। নৃত্যশাস্ত্ৰত অৱস্থানৰ কথা বিশেষৰূপে উল্লেখ কৰা আছেঃ যেনে—চাৰিকোণ ভাবৰ সৈতে সমান দুই ভৰি লতা সদৃশ দুই হাতৰ লয়লাসৰ দৃশ্য নৃত্যৰ আৰম্ভনিতে সামান্য বুলি ধৰা হয়। নৰ্তকীৰ দেহ দেখাত যেন নতুন হয় এনে হোৱা উচিত। নৰ্তকীৰ চকুৰ দীৰ্ঘদৃষ্টি, বদন শৰৎকালৰ চন্দ্ৰৰ দৰে উজ্জ্বল, দুই হাত লতাৰ দৰে লেউ-সেউ, দুই কান্ধ সংক্ষিপ্ত, দুই স্তন আতিল আৰু উন্নত, উৰুস্থল যেন

বাহুত প্ৰবিষ্ট বা অন্তৰ্গত মাজভাগ হাতৰ সমান, নিতম্ব অৰ্থাৎ পিঠিকালৰ কঁকালৰ তলভাগ, জঘন অৰ্থাৎ কঁকালৰ দাঁতিভাগ স্থূল, আঙ্গুলীবিলাক সুগঠিত আৰু নৃত্যৰ সময়ত গোটেই দেহেই যেন আলিঙ্গিতভাৱে অৱস্থিত হৈ আছে নৰ্তকীৰ এনে হোৱা উচিত। নৰ্তকীয়ে নৃত্য অৱস্থানৰ কথা বিশেষভাৱে মনত ৰখা আৱশ্যক। সন্ধিস্থলত হাতৰ খাৰু স্থিৰেৰে ৰাখি বাওঁহাত কঁকালৰ তলভাগত বিন্যাস কৰিব। অধিক কোৱাৰ প্ৰয়োজন নাই। অঙ্গবিলাকৰ মাজতেই যেন মনৰ সকলো ভাব ওতঃপ্ৰোতভাৱে সোমাই আছে; তাৰ দ্বাৰাই যেন সকলো অৰ্থ প্ৰকা শ কৰে। দুইভৰি লয়ৰ অনুগত হৈ নৃত্যৰসৰ তন্ময়ত্ব বা একাগ্ৰতা ভাব প্ৰকাশ হয় এনে হোৱা উচিত। দুই হাতৰ লয়লাসৰ কোমলতা, বিনয়ীভাব তাৰ বিপৰীতে অনুবৰ্তী মনৰ অগোচৰ ভাবৰূপৰা যিভাব উদয় হয় তাতেই যেন প্ৰণয় বন্ধন হয় এনে ধৰণৰ সৰ্বতোভাৱে শাস্ত্ৰোক্ত নৃত্যত গুণ থকা নৃত্যকাৰিণী উৰ্বশীক মই প্ৰশংসা কৰিছোঁ।" এই কথাত ইন্দ্ৰই অতিশয় সন্তোষ পাই ৰজা বিক্ৰমাদিত্যক বস্ত্ৰাদিৰ দ্বাৰাই সম্মানিত কৰি অতি উৎকৃষ্ট সোণ-ৰূপ ৰত্নাদিৰে খটোৱা এখন বহুমূলীয়া সিংহাসন উপহাৰ দিলে।

সেই সিংহাসনখনত বত্রিশটা পুতলা লগোৱা আছিল। পুতলাবিলাকৰ মূৰত ভৰি দি সিংহাসনত উঠিব লাগে। বিক্ৰমাদিত্যাই সেই মনোহৰ সিংহাসনখন লৈ ইন্দ্ৰৰ আদেশ গ্ৰহণ কৰি নিজ নগৰলৈ উভতি আহিল। ইয়াৰ পিছত শুভ মুহূৰ্ত আৰু শুভলগ্ন স্থিৰ কৰি সেই সিংহাসনত বহি ৰাজত্ব কৰিবলৈ লাগিল।

এইদৰেই বহুত বছৰ পাৰ হৈ যোৱাৰ পিছত প্ৰতিষ্ঠা নগৰত আঢ়ৈ বছৰীয়া কন্যাৰ গৰ্ভত শেষনাগৰ ঔৰসত শালিবাহনৰ জন্ম হ'ল। সেই সময়ত উজ্জয়িনীত ভূমিকম্প, ধূমকেতু, দিগ্দাহ প্ৰভৃতি উৎপাতবিলাক ৰজা-প্ৰজা সকলোৱেই দেখিবলৈ পালে। তেতিয়া বিক্ৰমাদিত্যাই দৈবজ্ঞসকলক আহ্বান কৰি ক'লে, "হে দৈবজ্ঞসকল, ৰজা-প্ৰজা আমি সকলোৱেই এই ৰাজ্যত এনে উৎপাতবিলাক কিয় দেখিবলৈ পাইছোঁ?



ইয়াৰ ফলাফল কি? কাৰ অপকাৰ হ'ব?" তেঁওলোকে ক'লে, "এই ভূমিকম্প সন্ধ্যাকালত হৈছে, সেই কাৰণে ৰজাৰ বিপদ সূচনা কৰিছে। নাবদীয় শাস্ত্ৰত উল্লেখ আছে যে উভয় সন্ধ্যাকালত ভূমিকম্প হ'লে ৰজাৰ অনিষ্ট ফল, আৰু ধূমকেতু ওলোৱাটো ৰজাৰ বিনাশসূচক বুলি জানিব। দিগ্দাহ পীতবৰ্ণ হ'লে ৰজাসকলৰ কাৰণে ভয়ৰ কথা।" দৈবজ্ঞসকলৰ কথা শুনি ৰজাই পুনৰ ক'লে, "হে দৈবজ্ঞসকল, মই তপস্যা কৰি ঈশ্বৰক সন্তোষ কৰিছিলোঁ। তেওঁ সন্তুষ্ট হৈ মোক কৈছিল, হে ৰজা, মই তোমাৰ তপস্যাত প্ৰসন্ন হৈছোঁ। তুমি অমৰ হ'বলৈ ভিক্ষা কৰা।" তেতিয়া মই ক'লোঁ, "হে ঈশ্বৰ, আঢ়ৈ বছৰীয়া কন্যাৰ গৰ্ভত যি পুত্ৰ জন্ম হ'ব তেঁওৰ দ্বাৰাই হে মোৰ মৰণ হ'ব। অন্যৰ দ্বাৰাই নহয়। ঈশ্বৰে সেয়ে হক বুলি মোক বৰ দিলে। তথাপি এনে ধৰণৰ পুৰুষ ক'ত উপজিব?" দৈবজ্ঞই ক'লে, "হে ৰজা, দৈব্যদৃষ্টি অচিন্তনীয়। এনে পুৰুষ কোনো দেশত জন্ম হ'বও পাৰে আৰু আমি সময়ত দেখিবলৈকো পাব পাৰোঁ।"

দৈবজ্ঞই এনেকৈ কোৱাত ৰজাই বেতালক মাতি আনি সকলো কথা নিবেদন কৰি ক'লে, "হে যক্ষ, তুমি পৃথিৱীৰ সকলো ঠাই পৰিভ্ৰমণ কৰি ওপৰত উল্লেখ কৰা পুৰুষ কোন দেশত জন্মগ্ৰহণ কৰিছে সেই কথা নিশ্চয়কৈ জানি সোনকালে নগৰলৈ উভতি আহিবা।"

বেতালে ৰজাৰ আজ্ঞা শিৰোধাৰ্য্য কৰি কুশদ্বীপ, জম্বুদ্বীপ আদিত ভ্ৰমণ কৰি অৱশেষত প্ৰতিষ্ঠা নগৰৰ এজন কুমাৰৰ ঘৰত কোনো এটা ল'ৰাৰ লগত এটি কাঞ্চন পুতলাৰ নিচিনা কন্যাই ল'ৰাটিৰ লগত যেন ধেমালী কৰি থকা দেখা পালে।

তেওঁ সিহঁতক সুধিলে, তোমালোকৰ পিতৃ-মাতৃ কোন? কন্যাই ক'লে, এইটো মোৰ ল'ৰা। বেতালে সুধিলে, তোমাৰ পিতৃ কোন? তেতিয়া কন্যাই এজন ব্ৰাহ্মণক দেখুৱাই দিলে। বেতালে ব্ৰাহ্মণক সুধিলে, এই কন্যাটি কোন? ব্ৰাহ্মণে ক'লে, এইজনী মোৰেই ছোৱালী

আৰু এই পুত্ৰটি মোৰ কন্যাৰ গৰ্ভজাত সন্তান। সেই কথা শুনি বেতাল আচৰিত হ'ল। তেওঁ ব্ৰাহ্মণক সুধিলে, হে ব্ৰাহ্মণ, এইটো কেনেকৈ সম্ভব হয়? ব্ৰাহ্মণে ক'লে, দেৱতাসকলৰ চৰিত্ৰ মানুহৰ অগোচৰ। শেষনাগৰাজে এইৰ লগত সঙ্গম কৰিছিল। সেই কাৰণে এইৰ গৰ্ভত এই পুত্ৰ জন্ম হৈছে। ইয়াৰ নাম 'শালিবাহন'। ইয়াকে শুনি বেতাল উজ্জয়িনীলৈ উভটি আহি বিক্ৰমাদিত্যক আদ্যোপান্ত বৃত্তান্ত বৰ্ণনা কৰিলে। ৰজাই বেতালক নিজে পুৰস্কাৰ দি নিজে তৰোৱাল হাতত লৈ প্ৰতিষ্ঠা নগৰলৈ গ'ল। বিক্ৰমাদিত্যই যেতিয়া শালিবাহনক হত্যা কৰিবলৈ উদ্যত হ'ল তেতিয়া শালিবাহনে তেওঁক টোকোনেৰে মৰিয়াই আঘাট কৰিলে। বিক্ৰমাদিত্য প্ৰতিষ্ঠা নগৰৰপৰা কথমপি উজ্জয়িনীলৈ উভটি গ'ল। আৰু শালিবাহনৰ টোকোনৰ আঘাট সহ্য কৰিব নোৱাৰি তেওঁ প্ৰাণ বিসৰ্জন দিলে। বিক্ৰমাদিত্যৰ মৃত্যু হোৱাত তেওঁৰ তিৰোতাসকলে অগ্নিত জাপ দি প্ৰাণত্যাগ কৰিবলৈ ওলাল। তেতিয়া মন্ত্ৰীসকলে ক'লে, কথা বিসঙ্গতি। এতিয়া কি কৰা যায়। তেতিয়া মন্ত্ৰীসকলে বিচাৰ কৰি চালে ৰজা অপুত্ৰক। আমাৰ কৰ্তব্য কি? বিবেচনা কৰি চাব লাগে।

ভটি নামৰ মন্ত্ৰী এজনে ক'লে, এই তিৰোতাসকলৰ ভিতৰত কোনোবা গৰ্ভৱতী তিৰোতা আছে নে সেইটো বিচাৰ কৰিব পাৰি। তেওঁলোকে গম পালে যে তিৰোতাসকলৰ মাজত এগৰাকী সাত-মহীয়া অন্তঃসত্বা তিৰোতা আছে। মন্ত্ৰীসকলে সেই তিৰোতাৰ গৰ্ভকে অভিষেক কৰি ৰাজ্য পালন কৰিবলৈ লাগিল। ইফালে ইন্দ্ৰৰ সিংহাসন শূন্য হৈ থাকিল।

এইদৰে কিছুকাল যোৱাৰ পিছত আকাশ-বাণী হ'ল,"এই সিংহাসনত বহি ৰাজত্ব কৰিব পৰা উপযুক্ত ৰজা নাই। সেই কাৰণে এই সিংহাসনখন এখন পবিত্ৰ ঠাইত আছুতীয়াকৈ সুৰক্ষিত কৰা ভাল।" মন্ত্ৰীসকলে আকাশ-বাণীৰ কথাকে সাৰোগত কৰি ভাল ঠাইত সিংহাসনখন পুতি থ'লে। বহুত বছৰৰ পিছত ভোজৰাজ উজ্জয়িনীৰ ৰজা হ'ল।



এওঁৱেই সেই বিক্ৰমাদিত্যৰ বিধবা নাৰীৰ অভিষেক কৰা সাত-মহীয়া গৰ্ভজাত সন্তান ভোজৰাজ।

এইদৰে কিছুকাল যোৱাৰ পিছত এদিন কোনো এজন ব্ৰাহ্মণে সিংহাসনখন পুতিথোৱা ঠাইখনকে কেন্দ্ৰ কৰি তেওঁ আহল-বহলকৈ এখন শস্যক্ষেত্ৰ কৰি তাত যাবানলৰ খেতি কৰিলে। যাবানলৰ খেতি উভৈনদী হ'ল। ব্ৰাহ্মণে সেই শস্যক্ষেত্ৰখন ওখ যেন ভাবি তাত তেওঁ চৰাইবিলাক উৰাবলৈ এটা মঞ্চ সাজিলে।

ইয়াৰ কিছুদিনৰ পিছত এদিন ভোজৰাজ ৰাজকুমাৰসকলৰ সৈতে ফুৰিবলৈ আহি ব্ৰাহ্মণৰ শস্যক্ষেত্ৰ পালেহি। বেদীৰ ওপৰত বহি থকা ব্ৰাহ্মণে ক'লে, "হে ৰজা, এই শস্যক্ষেত্ৰত প্ৰচুৰ পৰিমাণে যাবানলৰ ফল ফলিছে। আপুনি সসৈন্যে আহি এই ফল উপভোগ কৰক। ঘোঁৰাবিলাকক বুটমাহ খাবলৈ দিয়ক। আজি মোৰ জীৱন সাৰ্থক হ'ল। যেহেতু আপুনি মোৰ অতিথি। আপোনাৰ পদধূলাই মোৰ শস্যক্ষেত্ৰখন পবিত্ৰ কৰিলে।"

ব্ৰাহ্মণৰ কথা শুনি ভোজৰাজ সসৈন্যে শস্যক্ষেত্ৰত সোমাল। ইয়াৰ পিছত ব্ৰাহ্মণ মঞ্চৰপৰা নামি আহি ৰজাক সম্বোধন কৰি ক'লে, "হে ৰজা, আপুনি কিয় এনে অধাৰ্মিক কাম কৰিছে। এইখন ব্ৰাহ্মণৰ শস্যক্ষেত্ৰ। কি কাৰণে আপুনি শস্যক্ষেত্ৰ নাশ কৰিছে? যদি আন কোনোৱে অন্যায় কৰে তেতিয়াহলে সেইকথা আপোনাক নিবেদন কৰিব। আপুনি যেতিয়া নিজেই অন্যায় কৰিছে আপোনাক কোনে বাধা দিব পাৰে? আপুনি ধৰ্মশাস্ত্ৰ জানে। ব্ৰাহ্মণৰ দ্ৰব্য নষ্ট কৰিছে কিয়? শাস্ত্ৰত কৈছে: মদ-মত্ত হাতী, প্ৰজা-শোষণকাৰী ৰজা, পাপকাৰী বিদ্যাৱন্ত লোক এওঁবিলাকক কোনে নিবাৰণ কৰিব পাৰে? এই ব্ৰহ্মস্ব অতি বিষম। বিষে মাথোন এটা বিনাশ কৰে; কিন্তু ব্ৰহ্মস্বই নাতি-পুতিকো বিনাশ কৰে"।

ব্ৰাহ্মণৰ কথা শুনি ৰজা সপৰিবাৰে শস্যক্ষেত্ৰৰপৰা ওলাই আহিল। ইতিমধ্যে ব্ৰাহ্মণে চৰাইবিলাকক উৰাই দিবলৈ পুনৰ মঞ্চৰ ওপৰত

উঠি ৰজাক ক'লে, "আপুনি শস্যক্ষেত্ৰৰপৰা কিয় গুচি গৈছে? শস্য-ক্ষেত্ৰত অপৰিমিত ফল ফলিছে। ঘোঁৰাবিলাকক বুটমাহ, যাবানলৰ ঠাল-ঠেঙুলি খাবলৈ দিয়ক। কৰ্কটফল আছে সেইবিলাকো খক।" ৰজাই ব্ৰাহ্মণৰ কথা শুনি যেতিয়া আকৌ শস্যক্ষেত্ৰত সোমাল, তেতিয়া চৰাই উৰাবৰ নিমিত্তে ব্ৰাহ্মণ মঞ্চৰপৰা নামি আহি আকৌ সেইদৰে ক'লে। ৰজাই মনে মনে বিচাৰ কৰিলে, কি আচৰিত! যেতিয়া এই ব্ৰাহ্মণ মঞ্চৰ ওপৰত আৰোহণ কৰে তেতিয়া এওঁৰ মনত দাতব্য, ভোক্তব্য এইবিলাক বুদ্ধি মনত উদয় হয়; আৰু যেতিয়া মঞ্চৰপৰা নামি আহে তেতিয়া তেওঁ বুদ্ধিহীন হয়। মই বাৰু মঞ্চৰ ওপৰত উঠি চাওঁচোন কি হয়? ইয়াকে ভাবি ৰজা মঞ্চৰ ওপৰত উঠিল। তেতিয়া ভোজৰাজৰ মনত এইভাব হ'ল যে বিশ্বব্ৰহ্মাণ্ডৰ দুঃখ-দুৰ্গতি নাশ কৰা কৰ্তব্য; সকলোৰে দৰিদ্ৰতা নিবাৰণ কৰা, দুষ্টক দমন কৰা, সৎলোকৰ প্ৰতিপালন আৰু প্ৰজাসকলক ধৰ্মানুসাৰে পোহপাল দিব লাগে। অধিক কোৱাৰ প্ৰয়োজন নাই। এতিয়া কোনোবাই মোৰ শৰীৰটোও প্ৰাৰ্থনা কৰে তাকো মই দিব পাৰোঁ বুলি ভোজৰাজ আনন্দত উকলী-কৃত হ'ল।

তেওঁ পুনৰ ভাবি চালে, এই শস্যক্ষেত্ৰই এওঁৰ বুদ্ধি উৎপাদন কৰিছে। এই শস্যক্ষেত্ৰৰ মাহাত্ম্য কেনেকৈ জানিব পাৰি? শাস্ত্ৰত কৈছে: পানীত তেল, খলত গোপনীয় কথা, সৎপাত্ৰত তাকৰীয়া দান, জ্ঞানৱন্ত লোকক শাস্ত্ৰকথা এই সকলোবিলাক বহুত শক্তিৰ দ্বাৰাই বিস্তাৰিত হয়। ৰজাই ব্ৰাহ্মণক মাতি আনি সুধিলে, হে ব্ৰাহ্মণ, আপোনাৰ এই শস্যক্ষেত্ৰত কিমান লাভ হয়? ব্ৰাহ্মণে ক'লে, হে ৰজা, আপুনি সকলো বিষয়তে পাৰ্গত। আপোনাৰ অবিদিত একো নাই। ৰজা সাক্ষাৎ বিষ্ণুৰ অৱতাৰ স্বৰূপ। যাৰ ওপৰত তেওঁৰ চকু পৰে তেওঁৰ দুঃখকষ্ট দৰিদ্ৰতা আদি সকলো দূৰ হয়। ৰজা সাক্ষাৎ কল্পতৰু। এনেহেন ৰজাক মই আজি নিজ চকুৰে সাক্ষাৎ দৰ্শন কৰিছোঁ। আজিৰপৰা মোৰ সকলো দুঃখ দৰিদ্ৰতা অৱসান হ'ল। শস্যক্ষেত্ৰৰ যে মূল্য আৰু কিমান মূল্যবান হ'ব? ব্ৰাহ্মণে এনেকৈ কোৱাত ৰজাই তেওঁক ধন ধান আদিৰ দ্বাৰাই সন্তোষিত কৰি শস্যক্ষেত্ৰ গ্ৰহণ কৰি সেই মঞ্চৰ তলভাগ খানিবলৈ আৰম্ভ কৰিলে। প্ৰায় চাৰে তিনিহাতমান খনাৰ পিছত এটা সুন্দৰ শিল ওলাল। সেই শিলৰ তলত চন্দ্ৰকান্ত শিলৰ দ্বাৰাই তৈয়াৰী নানা ৰত্নাদিৰে সজোৱা বত্ৰিশটা পুতলা সংযুক্ত এখন ৰমণীয় সিংহাসন ওলাল। সিংহাসনখন দেখি ৰজা আনন্দত বিভোল হ'ল। তেওঁ সিংহাসনখন ওপৰলৈ উঠাই ৰাজধানী লৈ যাবলৈ দেখে যে সিংহাসনখন বৰ গধুৰ, ওপৰলৈ তুলিব নোৱাৰি।



তেতিয়া ৰজাই মন্ত্ৰীক ক'লে, মন্ত্ৰী ডাঙৰীয়া, সিংহাসনখন ওপৰলৈ নুঠে কিয়। মন্ত্ৰীয়ে ক'লে, মহাৰাজ, এই সিংহাসনখন দেৱতাৰ যোগ্য আৰু অপূৰ্ব। বলি, হোম, পূজা পাতল নিদিলে এই সিংহাসনখন তুলিব পৰা আশা নাই। মন্ত্ৰীৰ কথামতে ৰজাই ব্ৰাহ্মণ সকলৰ দ্বাৰাই পূজা, হোম আদি দিয়াত সিংহাসনখন দোপত দোপে আপোনা আপুনি ওপৰলৈ উঠি আহিল। তেতিয়া ৰজাই মন্ত্ৰীক ক'লে, হে অমাত্যপ্ৰবৰ, এই সিংহাসনখন প্ৰথমে মই ওপৰলৈ তুলিব নোৱাৰিলোঁ। কিন্তু এতিয়া দেখিছোঁ আপোনাৰ বুদ্ধিমতেই মই এই বহুমূলীয়া সিংহাসনখন লাভ কৰিলোঁ। বুদ্ধিমান পুৰুষৰ লগত বন্ধুত্বলাভ সুখৰ নিমিত্তেই হয়। তেতিয়া মন্ত্ৰীয়ে ক'লে, মহাৰাজ শুনক। যিজন বুধিয়ক তেওঁৰ লোকৰ বুদ্ধি নলয়। তেওঁৰ সকলো ফালে অমঙ্গল হয়। আপুনি তেনেকুৱা নহয়। আপুনি বুদ্ধিমান হৈও বিশ্বাসীলোকৰ কথা শুনে। সেই কাৰণে আপোনাৰ কোনো কাৰ্য্যতেই বিধি পথালি নিদিয়ে। ৰজাই ক'লে, "যিজনে অকাৰ্য্য কাম নিবাৰণ কৰে, আগত কৰিব লগীয়া কামৰ বিধান কৰে, তেওঁৱেই উপযুক্ত মন্ত্ৰী। শাস্ত্ৰত কৈছে যে উপস্থিত কাৰ্য্যৰ পৰিচালনা আৰু ভৱিষ্যত সম্ভাৱনা, অনিষ্ট কাম উচ্চস্বৰেৰে প্ৰতিবাদ কৰি যিজনে মনোমত কাম কৰিব পাৰে তেওঁকেই উত্তম মন্ত্ৰী বুলিব পাৰি।" মন্ত্ৰীয়ে ক'লে, "হে মহাৰাজ, স্বামীৰ হিতকাম সাধন কৰা মন্ত্ৰীৰ একান্ত কৰ্তব্য। যিজনৰ মন্ত্ৰণা কাৰ্য্যৰ অনুকূল হয়

আৰু কাৰ্য্য স্বামীৰ হিত অনুসৰি হয় তেওঁয়েই মন্ত্ৰী হ'বৰ যোগ্য। তাৰোপৰি কোৱা আছে মন্ত্ৰী বিনা ৰাজ্য, ধনহীন ঘৰ, যৌৱন বিনা সৌভাগ্য, জ্ঞান বিনা বৈৰাগ্য এই সকলোবিলাক বৃথা ; আৰু দুষ্ট বিলাকৰ শান্তি, পাষণ্ডবিলাকৰ বুদ্ধি, বেশ্যাবিলাকৰ প্ৰেম, খলুৱাবিলাকৰ মিত্ৰতা, পৰাধীনবিলাকৰ অৱস্থান, নিৰ্ধনীৰ ৰোষ, স্বামীৰ স্নেহ, কৃপণৰ ঘৰ, ব্যভিচাৰিনীবিলাকৰ পতিভক্তি, চোৰবিলাকৰ যুক্তি, মুৰ্খবিলাকৰ সম্পত্তি এই সকলো কাৰ্য্যই ফলহীন বুলি ভাবিব। ইয়াৰ উপৰিও ৰজাসকলৰ মহৎলোকৰ সেৱা, বিশ্বাসীলোকৰ বাক্য শ্ৰৱণ, দেৱতা আৰু ব্ৰাহ্মণ সকলক পালন কৰা, ন্যায় পথত চলা একান্ত কৰ্তব্য। ৰজাৰ সকলো লক্ষণ আপোনাতেই আছে। আপুনি সকলোতকৈ শ্ৰেষ্ঠ ৰজা। মন্ত্ৰীৰ গাতো এই সকলো গুণ থকা উচিত। যিজন কুলক্ৰিয়া অনুসাৰে কামান্ধক, চাণক্য, আৰু পঞ্চতন্ত্ৰ আদি সকলো শাস্ত্ৰকলাদিত অভিজ্ঞ তেওঁৱেই মন্ত্ৰী। মন্ত্ৰীৰ গুণসকলঃ যেনে— স্বামীৰ কাৰ্য্যত উদ্যম, পাপৰপৰা ভয়, প্ৰজাসকলৰ মাজত গোপনীয় মন্ত্ৰণা, পৰিচালক সকলক কাৰ্য্যত যোজনা, ৰজাৰ মনোগত ভাৱৰ অনুসৰণ, সময়োচিত পৰিজ্ঞান, অমঙ্গলীয়া কাৰ্য্যৰ পৰা ৰজাক নিবাৰণ কৰা, এই সকলো গুণ থাকিলেই মন্ত্ৰীপদৰ যোগ্য হয়। যেনেকৈ বহুত শাস্ত্ৰত জ্ঞান থকা নন্দ ৰজাই ব্ৰহ্ম হত্যাকো নিবাৰণ কৰিছিল।"

তেতিয়া ভোজৰাজে ক'লে, "সেইটোনো কেনে কথা ?" মন্ত্ৰীয়ে ক'লে, "ৰজা শুনক, বিশালা নগৰত মহাশক্তিশালী নন্দ নামেৰে এজন ৰজা আছিল। তেওঁ নিজ বাহুবলেৰে সকলো শত্ৰু ৰজাবিলাকক নিজৰ কৰতলীয়া কৰি একছত্ৰ ৰজা হিচাপে ৰাজত্ব কৰিছিল। তেওঁৰ জয়পাল নামৰ এজন পুত্ৰ, সকলো ৰকমৰ দণ্ডাদিত উপযুক্ত শাস্তি বিধান দিব পৰা বিদ্যা বুদ্ধি সম্পন্ন এজন মন্ত্ৰী, আৰু ভানুমতী নামৰ এগৰাকী ভাৰ্য্যা আছিল। ভানুমতী আছিল ৰজাৰ লাগী-ৰাণী। ৰজা সদায় ভানুমতীতে আসক্ত থাকে। সিংহাসনত বহি থাকোঁতেও



ভানুমতীক তেঁওৰ ওচৰত বহুৱাই লৈছিল। তিল মাত্ৰও ৰজাই ভানুমতীৰ বিৰহ সহ্য কৰিব নোৱাৰিছিল। এদিন মন্ত্ৰীয়ে বিবেচনা কৰি চালে, ৰজাৰ লাজ নাই। সভাৰ মাজত নিজৰ তিৰোতাক সিংহাসনত বহি থাকোঁতেও ওচৰতে বহুৱাই লয়। ৰাজ-সভাত তেওঁক সকলোৱেই দেখে। সেইকাৰণে এইটো দেখা-দেখিকৈ অশোভনীয় কথা। কামুক মানুহে হিতাহিত বিচাৰ কৰিব নোৱাৰে। এইটো সকলোৰে জনাজাত কথা। স্বৰ্গৰ ইন্দ্ৰৰ ৰূপৱতী তিৰোতা থাকোঁতেও তেওঁ অহল্যাৰ সতীত্ব নষ্ট কৰিছিল।"

যেতিয়া পুৰুষৰ হৃদয় কামশক্তিত আসক্ত হৈ জ্বলি-পুৰি মৰে তেতিয়া পণ্ডিত হ'লেও উচিত অনুচিত বিবেচনা কৰিব নোৱাৰে। মানুহ বিলাকৰ যেতিয়ালৈকে তিৰোতাসকলৰ কটাক্ষ দৃষ্টিত হৃদয় ভিন্ন নহয় তেতিয়ালৈকে ধৈৰ্য্য আৰু মান বহন কৰিব পাৰে। এইটো জনাজাত কথা যে যেতিয়া মানুহবিলাকে মাননীয়া তিৰোতাসকলৰ লীলা-খেলা কৰি থকা দীৰ্ঘ-ছবিৰ চকুৰ কটাক্ষ বাণক দমন কৰিব পাৰে তেতিয়াই তেওঁলোকৰ হৃদয়ত বিশ্বলোকৰ প্ৰদীপ স্বৰূপ সিদ্ধান্ত সূত্ৰবিলাক জিলিকি উঠে। কি আচৰিত ! মদনৰ মহাস্ত্ৰই জ্ঞানী লোককে বিকল কৰি তোলে। কামদেৱে চকুৰ পচাৰতে কলাশাস্ত্ৰত পাৰ্গত মানুহকো বিভ্ৰান্ত কৰে, শুচি মানুহক হাঁহিয়াত কৰে, পণ্ডিতসকলক বিৰম্বনা কৰে, ধীৰ পুৰুষক অৱজ্ঞা কৰে। তাৰোপৰি কামাশক্ত পুৰুষবিলাকে বেশ্যালয়ত প্ৰবেশ কৰি বেদপাঠ, সত্য, তপস্যা, শীল, বিজ্ঞান, উত্তম তত্ত্ব, এই সকলোবিলাক কামাগ্নিত পুৰি পেলাই। কামুক মানুহে তেওঁলোকৰ বলৰ সীমা, নিজৰ জাতি-কুলৰ অপমান, আৰু মৰণৰ কথা একোকে নেদেখে। এইদৰে চিন্তা কৰি এদিন অৱসৰৰ সময়ত ৰজাক ক'লে, হে ৰজা, মই আপোনাক জনাব লগীয়া এটা কথা আছে। ৰজাই ক'লে, কি কথা আছে আপুনি ক'ব পাৰে। মন্ত্ৰীয়ে ক'লে, ভানুমতীয়ে যে সভাৰ মাজত আপুনি সিংহাসনত বহি থাকোঁতে আপোনাৰ ওচৰত গাতে গা লগাই বহি থাকে এইটো অতিশয় লাজৰ কথা। ৰাজ-ৰাণীক

চন্দ্ৰ-সূৰ্য্যও দেখা পাব নালাগে। এইবিলাক শাস্ত্ৰজ্ঞ লোকৰ কথা। ৰাজ-সভাত নানা ঠাইৰ, নানা দেশৰ নানা মানুহে ৰাণীক দৰ্শন কৰে। ৰজাই ক'লে, মন্ত্ৰী ডাঙৰীয়া, মই সকলো কথা জানো, কিন্তু কি কৰিম, মই উপায়হীন। ভানুমতী মোৰ লাগী-তিৰোতা। মই এওঁক নেদেখাকৈ এখন্তকো সুস্থিৰে থাকিব নোৱাৰোঁ। আপুনি কিবা এটা উপায় কৰক। মন্ত্ৰীয়ে ক'লে, হে ৰজা, আপুনি এনেদৰে কৰক। কি কৰিব লাগে আপুনি মোক পৰিপাটি কৈ বুজাই কওঁক। ৰজাই এনেকৈ কোৱাত পুনৰ মন্ত্ৰীয়ে ক'লে, এজন চিত্ৰকৰ আনি চিত্ৰৰ ওপৰত ভানুমতীৰ ৰূপ লিখাই আপুনি তেওঁৰ সেই ৰূপ দৰ্শন কৰক। মন্ত্ৰীৰ কথাত ৰজা মান্তি হ'ল। ৰজাই চিত্ৰকৰক মাতি আনি ক'লে, হেৰা চিত্ৰকৰ, তুমি ভানুমতীৰ ৰূপ চিত্ৰাঙ্কিত কৰা। চিত্ৰকৰে ক'লে, হে ৰজা, মই আপোনাৰ আজ্ঞা শিৰোধাৰ্য্য কৰি ৰাণীক হুবহু চিত্ৰত আঁকিম। মই প্ৰথমতে তেওঁৰ প্ৰত্যক্ষ ৰূপ নিৰীক্ষণ কৰি তাৰ পিছত যেনে অৱয়ব তেনেদৰে চিত্ৰাঙ্কিত কৰিম। চিত্ৰকৰে ৰাণীক দেখি 'এখেত পদ্মিনী স্ত্ৰী' এনে বিশ্বাস কৰি পদ্মিনী লক্ষণযুক্ত কৰি ৰাণীক চিত্ৰাঙ্কিত কৰিলে।

পদ্মিনীৰ লক্ষণ ঃ যেনে—যি ৰমণীৰ দেহ পদুম ফুলৰ দৰে কোমল, যাৰ গাৰ গোন্ধ ভালকৈ ফুলা পদুম ফুলৰ দৰে সুগন্ধি, অঙ্গবিলাক সুন্দৰ, পিয়াহ দুটি বেলফলৰ তুল্য উন্নত, শোভনীয় আতিল, যাৰ নাক তিলফুলৰ দৰে, যি নাৰীয়ে সদায় ব্ৰাহ্মণ দেৱতা আৰু গুৰু পূজা কৰে; যি নাৰীৰ সৌন্দৰ্য্য চম্পা ফুলৰ দৰে গৌৰবৰ্ণ অৰ্থাৎ বগাৰে মিহলি ৰঙা বৰণ, নীলবৰণীয়া ভেঁটফুলৰ পাহিৰ দৰে মনোহৰ, ফুলি থকা পদুম ফুলৰ পাহিৰ দৰে যাৰ অঙ্গ বিশেষ ৰূপে শোভনীয়; যি নাৰীৰ কঁকাল চিঞ্ৰা আৰু যি নাৰীৰ খোজ-কাটল ৰাজহাঁহৰ খোজৰ দৰে গহীন, ৰাজহাঁহৰ কণ্ঠস্বৰৰ দৰে সুমধুৰ মাত; মাজভাগত মনোহৰ ত্ৰিবলি; মনোমোহা কিচ্‌কিচিয়া সুন্দৰ চুলি এনে ধৰণৰ সুকেশী; আৰু যি নাৰীয়ে কোমল, সুৰুচি আৰু শুচি আহাৰ খায়; যি নাৰীয়ে বৰফৰ দৰে বগা কাপোৰ পিন্ধি ভাল পায় সেই নাৰীকে



পদ্মিনী স্ত্ৰী বোলে। এনে ধৰণৰ লক্ষণ থকা ভানুমতীৰ ৰূপ চিত্ৰাঙ্কিত কৰি চিত্ৰকৰে ৰজাৰ হাতত সমৰ্পণ কৰিলে। ৰজাই চিত্ৰাঙ্কিত কৰা ভানুমতীক অবিকল দেখি পৰম সন্তোষ পালে আৰু চিত্ৰকৰক পুৰস্কাৰ দিলে।

ইয়াৰ পিছত ৰাজপুৰোহিত শাৰদানন্দই ভানুমতীৰ চিত্ৰপট দেখি চিত্ৰকৰক ক'লে, হেৰা চিত্ৰকৰ, ভানুমতীৰ সকলো লক্ষণ চিত্ৰপটত চিত্ৰিত হৈছে; তুমি এটা কথা পাহৰি গ'লা। চিত্ৰকৰে ক'লে, হে প্ৰভু, কি ভুল কৰিছো ক'ক। শাৰদানন্দই ক'লে, ভানুমতীৰ বাওঁ কৰঙ্গনত তিলৰ নিচিনা এটা মাছৰ চিন আছে। তুমি সেই চিনটো চিত্ৰপটত অঙ্কিত কৰা নাই। ৰজাই শাৰদানন্দৰ কথাৰ এটা নিশ্চয় কৰিবলৈ ৰতিকামৰ সময়ত ভানুমতীৰ কৰঙ্গনত দেখিলে যে তাত তিলৰ সমান এটা মাছৰ চিন আছে। ৰজাৰ সন্দেহ হ'ল যে শাৰদানন্দই ভানুমতীৰ কৰঙ্গনত থকা মাছৰ চিনটো কেনেকৈ দেখিবলৈ পালে? তেওঁ ভাবিলে ভানুমতীৰ লগত শাৰদানন্দৰ সংসৰ্গ ঘটিছে, নহলে তেওঁ মাছৰ চিনৰ কথা কেনেকৈ জানিব? নাৰীসকলক পাপ সন্দেহ কৰা কৰ্তব্য। শাস্ত্ৰত কৈছে যে নাৰীসকলে এজনৰ লগত কথা পাতে আৰু সেই সুবিধাতে অন্য এজন পুৰুষক বিলাসৰ চকুৰে চায় আৰু হৃদয়ত অন্য পুৰুষক চিন্তা কৰি থাকে। সেই কাৰণে নাৰীসকলৰ ৰতিসুখ একে ঠাইতে নৰৈ নেথাকে। অগ্নিয়ে যেনেকৈ কাঠৰ দ্বাৰাই, সমুদ্ৰই যেনেকৈ নদীবিলাকৰ দ্বাৰাই, যমে যেনেকৈ সকলো জীৱৰ দ্বাৰাই তৃপ্তিলাভ কৰিব নোৱাৰে সেইদৰে কামিনীসকলেও পুৰুষসকলৰ কামৰিপুক কেতিয়াও সন্তোষ দিব নোৱাৰে। শাস্ত্ৰত কৈছে—হে নাৰদ সময় নাই, নিজঞ্জাল ঠাই নাই, প্ৰাৰ্থনাকাৰী মানুহো নাই এই সকলো কাৰণেই নাৰীসকলৰ পতিব্ৰতা ধৰ্ম কল্পনা কৰা হৈছে। যি মুখই বিশ্বাস কৰে যে এই ৰমণী মোৰ প্ৰতি অনুৰক্ত হৈছে, তেওঁ নাচ কৰি থকা ম'ৰা চৰাইৰ দৰে বশীভূত হয়। দেখাত নাৰী জাতি কাৰো প্ৰতি স্থিৰ হৈ থাকিব নোৱাৰে। পুণ্যবান পুৰুষে নাৰীসকলৰ গুৰুত্বৰ আঁক

যথাৰ্থ স্বৰূপ বাক্য অনুসৰি কাম কৰে। তেওঁ সমাজৰ মাজত লঘু হয়। অবলা নাৰীসকলে ৰঙা-বৰণীয়া আলতাৰ দৰে অনুৰক্ত পুৰুষসকলক নিপীড়িত কৰি ভৰিৰ তলুৱাত ৰাখে।

ৰজাই এইদৰে বিচাৰ কৰি মন্ত্ৰীক মাতি আনি আগৰ কথাবিলাক বিৱৰি ক'লে। মন্ত্ৰীয়েও সেই সময়ত ৰজাৰ চিত্তৰ অনুকূলে ক'লে, হে ৰজা, কাৰ মনত কি আছে সেইটো কেনেকৈ জানিব পাৰি? এইবিলাক কথা সত্যও হ'ব পাৰে। ৰজাই ক'লে, আপুনি যদি মোৰ প্ৰিয় মন্ত্ৰী হয় তেনেহলে শাৰদানন্দৰ প্ৰাণ নাশ কৰক। মন্ত্ৰীয়ে ৰজাৰ আদেশ পালন কৰি সকলোৰে আগত শাৰদানন্দক ধৰি বান্ধি পেলালে।

সেই সময়ত শাৰদানন্দই ক'লে, হায়! হায়! ৰজা কাৰো প্ৰিয় নহয়। এই লোক-কথা একেবাৰে ধ্ৰুব সত্য। এইটো কোৱা আছে, কোন মানুহনো ধন পালে ধনগৰ্বী নহয়? কোন মানুহ ৰজাৰ প্ৰিয়? কোন পুৰুষ কামৰ বশীভূত নহয়? কোন যাচকে গৌৰৱ নকৰে? কোন মানুহে অসৎলোকৰ কূট-জালত পৰি বিপদ-সাগৰৰ পৰা মঙ্গলে উদ্ধাৰ হ'ব পাৰে? কাউৰীক পবিত্ৰতা, জুৱাৰীক সত্য, নপুংসকক শূৰতা, মদপীক তত্ত্বচিন্তা, সাপক ক্ষমা, নাৰীক কামৰ শান্তি আৰু ৰজাৰ মিত্ৰতা, কোনেও দেখাও নাই আৰু শুনাও নাই। ৰজা যাৰ প্ৰতি ক্ৰোধান্বিত হয় তেওঁ শুচি হ'লেও অশুচি, পটু হ'লেও অপটু, বলবান হ'লেও ভয়াতুৰ, দীৰ্ঘায়ু হ'লেও অল্পায়ু আৰু কুলীন হ'লেও অকুলীন হয়।

ইয়াৰ পিছত মন্ত্ৰীয়ে ৰাজপুৰোহিত শাৰদানন্দক বধ কৰিব খোজা ঠাইলৈ লৈ যাবলৈ ধৰোঁতে তেওঁ পুনৰায় ক'লে, আগত কৰা পুণ্যকাম-বিলাকে বনত, অৰণ্যত, জলত, অগ্নিত, মহাসমুদ্ৰত অথবা পৰ্বতৰ শিখৰত শুই থকা, প্ৰমত্ত অথবা ভয়ানক বিপদত পৰি থকা লোককো ৰক্ষা কৰিব পাৰে। শাৰদানন্দৰ কথা শুনি মন্ত্ৰীয়ে মনে মনে ভাবিলে এওঁ কোৱা কথা সঁচা হ'ক, মিছা হ'ক ব্ৰাহ্মণ হত্যা কৰাটো একেবাৰে অবিধি। এইটো অত্যন্ত গৰ্হিত কাম ইয়াকে ভাবি কোনেও



নজনাকৈ শাৰদানন্দক এটা গোপন ঘৰত ৰাখি ৰজাক ক'লেহি, হে ৰজা, মই আপোনাৰ আজ্ঞা পালন কৰি শাৰদানন্দক বধ কৰিলোঁ। ৰজাই ক'লে, বৰ ভাল কাম কৰিলা।

তাৰপিছত এদিন ৰাজকুমাৰ পহু চিকাৰ কৰিবলৈ বনলৈ যাত্ৰা কৰিলে। সেই সময়ত নানাবিধ অমঙ্গল ঘটিল যেনে—অকাল বৰষুণ। মৰাশ বজ্ৰপাত উল্কাপাত পতন। বন্ধু-বান্ধৱৰ নিবাৰণ বাক্য এইবিলাক অনিষ্ট যাত্ৰাৰ সময়ত হ'লে অমঙ্গলীয়া হ'ব। সেই সময়ত বুদ্ধি-সাগৰ নামৰ মন্ত্ৰীপুত্ৰই ক'লে, হেৰা জয়পাল, তুমি আজি মৃগয়ালৈ নাযাবা; বৰ বেয়া ধৰণৰ অমঙ্গলে দেখা দিছে। তেতিয়া জয়পালে ক'লে, অমঙ্গলত মোৰ বিশ্বাস নাই। বুদ্ধি-সাগৰে ক'লে, হেৰা ৰাজপুত্ৰ, অনিষ্টকৰ দুৰ্লক্ষণ প্ৰত্যয় মানি বিবেচনা কৰি চোৱা বুদ্ধিমন্ত পুৰুষ সকলৰ একান্ত কৰ্তব্য। শাস্ত্ৰত কৈছে—বুদ্ধিমান পুৰুষৰ বিষ ভক্ষণ, সাপৰ লগত খেলা, যোগী সকলক নিন্দা আৰু ব্ৰাহ্মণৰ প্ৰতি দ্বেষ কৰিব নালাগে। এইদৰে মন্ত্ৰীপুত্ৰই ৰাজপুত্ৰক বুজনি দি নিবাৰণ কৰা উপদেশ প্ৰত্যাখান কৰি ৰাজপুত্ৰ মৃগয়ালৈ গ'ল। মৃগয়ালৈ জোৱাৰ আগতে মন্ত্ৰীপুত্ৰই আকৌ ক'লে, হেৰা জয়পাল, তোমাৰ মৰণৰ সময় উপস্থিত। তেনে নোহোৱাহেঁতেন তোমাৰ এনে বুদ্ধি নহলহেঁতেন। এইটো সকলোৱে জনা কথা, সোণৰ হৰিণা-পহু কোনেও কাচিৎ ক'তো দেখাও নাই, পোৱাও নাই তথাপি ৰামচন্দ্ৰৰ সোণৰ হৰিণাৰ বাবে হেঁপাহ জন্মিল। সেই কাৰণে বিবেচনা হয় বিনাশ কালত মানুহৰ বুদ্ধিভ্ৰষ্ট হয়। উপাৰ্জিত কৰ্মফলৰ বাহিৰে সেই বিলাকৰ বিনাশ নহয়। বেশ্যাবিলাকৰ সৎভাব নাই, আৰু সম্পদৰ স্থিৰতা নাই, মূৰ্খবিলাকৰ বিবেচনা নাই আৰু কামৰো বিনাশ নাই। ইয়াৰ পিছত ৰাজকুমাৰ মৃগয়ালৈ গৈ বহুত পহু বধ কৰিলে। অৱশেষত তেওঁ এটা কৃষ্ণসাৰ দেখি তাৰ পিছে পিছে ধেনুশৰ লৈ মহা অৰণ্যত সোমাল। তেওঁ অলপ সময়ৰ পিছত দেখিলে যে সকলো সৈন্য নগৰৰ ফালে উভটি গৈছে। সেই সময়তে কৃষ্ণসাৰ অদৃশ্য হ'ল। অৱশেষত ৰাজপুত্ৰ অকলশৰীয়া

হৈ সৰোবৰৰ আগত এখন বননি দেখা পালে। তাত তেওঁ ঘোঁৰাৰ পৰা নামি ঘোঁৰাটো বান্ধি সৰোবৰৰ পানী খোৱাৰ পিছত যেতিয়া গছৰ ছাঁত বহিল তেতিয়া এটা ভয়ঙ্কৰ বাঘ তেওঁৰ আগত উপস্থিত হ'ল। বাঘৰ ভয়ত ৰাজপুত্ৰৰ ঘোঁৰাই পখা চিঙ্গি নগৰৰ ফালে ঢাপলি মেলিলে। ৰাজকুমাৰ থৰহৰি কম্পমান হৈ গছৰ দালত ধৰি গছতে বহি থাকিল। গছজোপাত আগতে এটা ভালুক উঠিছিল। ৰাজপুত্ৰই ভালুকটো দেখি ভয়ত কঁপিবলৈ ধৰিলে।

ৰাজপুত্ৰ ভয়ত পেঁপুৱা হোৱা দেখি ভালুকটোৱে ক'লে, হেৰা ৰাজপুত্ৰ, তুমি ভয় নকৰিবা। আজি তুমি মোৰ শৰণাগত, সেই কাৰণে মই তোমাক একো অপকাৰ নকৰোঁ। তুমি মোক বিশ্বাস কৰা। বাঘলৈ তুমি অলপো ভয় নকৰিবা। ৰাজকুমাৰে ক'লে, হেৰা ঋক্ষৰাজ, আজি মই তোমাৰ শৰণাগত বিশেষত মই ভয়ত পেঁপুৱা হৈছোঁ। শৰণাগতক ৰক্ষা কৰা তোমাৰ মহাপুণ্য হ'ব। শাস্ত্ৰত কৈছে যে এফালে বহুত দক্ষিণা দিয়া যজ্ঞবিলাক আৰু আনফালে ভয়াতুৰ প্ৰাণী সকলৰ প্ৰাণ ৰক্ষা কৰা, উভয়ৰ ফল একে সমান। তেতিয়া ভালুকে ৰাজপুত্ৰক আশ্বাস দিলে। বাঘ গছৰ তলত থাকিল। ৰাতি হ'ল। ৰাতিৰ ভাগৰ লগাত যেতিয়া ৰাজপুত্ৰ শুব খুজিলে তেতিয়া ভালুকে ক'লে, তুমি গছৰ দালত নুশুবা। দালৰপৰা খহি পৰিবা। অহা, তুমি মোৰ কোলাত শোৱাহি। এই কথাত ৰাজপুত্ৰ ভালুকৰ কোলাত শুলেহি। ৰাজপুত্ৰ গাঁৱলীয়া মানুহ। পুনৰায় মৃগয়ালৈ আহি আমাৰ দুয়োকে বধ কৰিব। সেই কাৰণে এওঁ আমাৰ শত্ৰু। কি কাৰণে এওঁক কোলাত বহিবলৈ দিছা? এওঁ মানুহ। শাস্ত্ৰত কৈছে যে পশু-পক্ষীৰ যোনিতো যিবিলাক কাৰ্য্য আছে মানুহ জাতিত সেইটো নাই। তুমি এওঁক উপকাৰ কৰিলে এওঁ তোমাকেই অপকাৰ কৰিব। সেই কাৰণে তেওঁক তললৈ বগৰাই পেলাই দিয়া, মই তেওঁক সুখেৰে খাওঁ, তুমিও তোমাৰ ঘৰলৈ যোৱা। ভালুকে ক'লে, এওঁ যেনে ধৰণৰ মানুহেই হওক তেওঁ মোৰ শৰণাগত। এওঁক মই কেতিয়াও বগৰাই



নেপেলাওঁ। শৰণাগতক বিনাশ কৰিলে মহাপাপ হয়। বিশ্বাসঘাটক শৰণাগত-ঘাটক উভয়েই প্ৰলয় কাললৈকে ৰৌ-ৰৌ নৰকত বাস কৰে। তাৰ পিছত ৰাজপুত্ৰৰ টোপনি ভাগিল।

তেতিয়া ভালুকে ক'লে, ৰাজকুমাৰ মই ক্ষন্তেক বিশ্ৰাম কৰোঁ। তুমি বিঘিনি নোহোৱাকৈ সাৱধানে থাকিবা। ৰাজপুত্ৰই ক'লে, বাৰু, মই সাৱধানে থাকিম। ভালুক ৰাজপুত্ৰৰ ওচৰতে শুলে। তেতিয়া বাঘে ক'লে, হেৰা ৰাজকুমাৰ, তুমি এওঁক তিলমাত্ৰও বিশ্বাস নকৰিবা। যেহেতু ভালুক নখী। শাস্ত্ৰত কৈছে—নদী, নখী, শিঙ্গাল জন্তু, অস্ত্ৰধাৰী স্ত্ৰী আৰু ৰাজকুল এই বিলাকক বিশ্বাস কৰা কৰ্তব্য নহয়। ভালুকৰ চিত্ত চঞ্চল হৈছে অতএব তাৰ মঙহো ভয়ঙ্কৰ বুলি জানিব। শাস্ত্ৰত কৈছে—ক্ষন্তেকতে তুষ্ট, ক্ষন্তেকতে ৰুষ্ট আৰু ক্ষণে ক্ষণে তুষ্ট বা ক্ষণে ক্ষণে অসন্তুষ্ট এনে চিত্ত অৱস্থাত থকা লোকৰ প্ৰসাদো ভয়ঙ্কৰ। এই ভালুকে তোমাক মোৰ পৰা ৰক্ষা কৰি নিজে তোমাৰ লগত বিদ্ৰোহিতা কৰিব, অতএব তুমি তাক মাটিত পেলাই দিয়া মই তাক খায় ঘৰলৈ যাওঁ আৰু তুমিও নিজ ঘৰলৈ উভটি যোৱা। তাকে শুনি ৰাজপুত্ৰই ভালুকক মাটিত বগৰাই পেলাই দিব খোজাৰ আগতেই সি গছৰ দাল এটাত ওলমি থাকিল। ৰাজপুত্ৰই তাক সেই অৱস্থাত দেখি ভয় খালে। ভালুকে ক'লে, হেৰা! পাপিষ্ঠ, ভয় কৰিছা কিয়? পূৰ্বজন্মৰ পাপৰ ফল তুমি ভোগ কৰিবই লাগিব। তুমি 'সসেমিৰা'। এই বাক্য উচ্চাৰণ কৰি পিশাচ হোৱা বুলি ৰাজপুত্ৰক অভিশাপ দিলে। ৰাতি পুৱাল, বাঘ তাৰপৰা আঁতৰি গ'ল। ৰাজপুত্ৰই 'সসেমিৰা' এই চাৰিটা আখৰ উচ্চাৰণ কৰি কৰি বনে বনে টলো টলো কৰি ঘূৰি ফুৰিবলৈ ধৰিলে।

ইফালে ৰাজপুত্ৰক ঘোঁৰাই অৰণ্যত এৰি থৈ ঢাপলি মেলি নগৰ পালেহি। প্ৰজাসকলে অকলশৰীয়া ঘোঁৰাটো দেখি ৰজাক খবৰ দিলে। তেতিয়া ৰজাই মন্ত্ৰীক মাতি আনি ক'লে, হে মন্ত্ৰী, যেতিয়া ৰাজকুমাৰ মৃগয়াৰ কাৰণে বনলৈ গৈছিল তেতিয়া নানা ৰকমৰ অমঙ্গল

ঘটিছিল। ৰাজকুমাৰে কাৰো কথা নামানি আগন্তুক বিপদক উলঙ্ঘা কৰি মৃগয়ালৈ গ'ল। সেই কাৰণে ঘোঁৰাটো কুমাৰশূন্য হৈ অহাত মোৰ বিশ্বাস হৈছে তেওঁৰ কিবা অমঙ্গল ঘটিছে। সেই কাৰণে তেওঁক বিচাৰি মই বনলৈ যাম। মন্ত্ৰীয়ে ক'লে, মহাৰাজ, সেইটো কৰা একান্ত কৰ্তব্য। তাৰ পিছত ৰজা মন্ত্ৰী সপৰিয়ালে ৰাজকুমাৰ যোৱা বাটেদি গৈ-গৈ অৰণ্যত দেখিবলৈ পালে যে ৰাজকুমাৰে 'সসেমিৰা' এই চাৰিটা আখৰৰ শব্দটো উচ্চাৰণ কৰি কৰি বনত টলৌ টলৌ কৈ ঘূৰি ফুৰিছে। পুতেকক তেনে অৱস্থাত দেখি ৰজা শোকত বিহ্বল হ'ল। তেওঁ পুতেকক ঘৰলৈ আনি মন্ত্ৰ-তন্ত্ৰ ঔষধাদিত অভিজ্ঞতা থকা কবিৰাজৰ দ্বাৰাই চিকিৎসা কৰোৱাটো ৰাজপুত্ৰ ভাল নহ'ল। তেতিয়া ৰজাই মন্ত্ৰীক ক'লে, হে মন্ত্ৰী, এই সময়ত যদি মোৰ ৰাজ-পুৰোহিত শাৰদানন্দ জীয়াই থাকিলহেঁতেন। কিন্তু কি হ'ব? মই তেঁওৰ প্ৰাণ নাশ কৰিলোঁ। মানুহবিলাকে যি কামকে কৰক আগ-পাছ গুনি কৰিব লাগে। ভাবি চিন্তি কাম নকৰিলে বিপদ আহি উপস্থিত হয়। শাস্ত্ৰত কোৱা আছে যে বিশেষভাৱে চিন্তা নকৰি হঠাৎ কোনো কাম নকৰিব যিহেতু অবিবেক বিপদৰ আকৰ। যিলোকে বিবেচনা কৰি কাম কৰে সৌভাগ্য লক্ষ্মী আপোনা-আপুনি আহি তেওঁক বৰণ কৰে। পৰীক্ষা নকৰাকৈ কাম কৰিলে এগৰাকী ব্ৰাহ্মণী যেনেকৈ লগুৱাৰ হাতত সন্তাপিত হৈছিল সেইদৰেই সন্তাপ পোৱা যাই। সেই সময়ত মোক কোনেও বাধা নিদিলে। মন্ত্ৰীয়ে ক'লে, যি কাৰ্য্য হৈ গ'ল সেই সময়ত কাৰ্য্যৰ গতি তেনেকুৱাই আছিল। আগলৈ হ'ব লগীয়া ঘটনা যেনে হয় বুদ্ধিও সেইদৰেই উৎপন্ন হয়। এইটো জনাজাত কথা ভবিতব্য যেনে হয় সেই সময়ত আশা, বুদ্ধি, মাত, চিন্তা আৰু সহায়ে সেইদৰেই হয় বুলি জানিব। যদি ভবিতব্য নেথাকে তেতিয়াহলে যত্ন কৰিলেও কাৰ্য্যসিদ্ধি নহয়। আনফালে যত্ন নকৰিলেও হ'ব লগীয়া ঘটনা স্বাভাৱিকতে সংগঠিত হয়। যাৰ ভবিতব্য নাই হাতে হাতে বস্তুলাভ হ'লেও সেই বস্তু বিনষ্ট হয়। ৰজাই ক'লে, সেই সকলো-



বিলাক কৰ্ম অনুসৰি হয়। এতিয়া ৰাজকুমাৰৰ আৰোগ্যলাভৰ বাবে যত্ন কৰিব লাগে।

মন্ত্ৰীয়ে ক'লে, সেইটো কেনেকৈ কৰিব? ৰজাই ক'লে, এটা ঘোষণা কৰা হ'ক। যেয়ে ৰাজপুত্ৰক চিকিৎসা কৰি আৰোগ্য কৰিব পাৰিব তেওঁক মোৰ আধা ৰাজ্য দান দিয়া হ'ব। এইদৰে ৰাজ্যত ঘোষণা প্ৰচাৰ কৰক। মন্ত্ৰীয়ে ৰজাৰ কথামতে কাম কৰি ঘৰলৈ আহি শাৰদানন্দৰ আগত আদ্যোপান্ত সকলো কথা বৰ্ণনা কৰিলে।

ইয়াৰ পিছত মন্ত্ৰীৰ কথা শুনি শাৰদানন্দই ক'লে, মন্ত্ৰীবৰ, আপুনি ৰজাক ক'কগৈ যে মোৰ এটি কন্যা আছে তাইক ৰাজকুমাৰৰ লগত সাক্ষাৎ কৰাব লাগে তেতিয়াহ'লে তাই কোনো এটা উপায় বিধান কৰিব। শাৰদানন্দৰ কথা শুনি মন্ত্ৰীয়ে ৰজাক সেইদৰেই নিবেদন কৰিলে। ইয়াৰ পিছত ৰজা ৰাজসভাৰ সভাসদসকলৰ সৈতে আহি মন্ত্ৰীৰ ভৱনত উপস্থিত হ'লহি। ইতিমধ্যে ৰাজপুত্ৰও 'সসেমিৰা' শব্দটো উচ্চাৰণ কৰি তাত উপস্থিত হ'ল।

যৱনিকাৰ পাছফালে থকা আলয়ৰ পৰা স্তোত্ৰাদিৰে পদ্য ৰচনা কৰি শাৰদানন্দ বৰ্ণনা কৰিলেঃ

"সদ্ভাব প্ৰতিপন্নানাং বঞ্চনেকা বিদগ্ধতা।
অঙ্কমাৰুহ্য সুপ্তানাং হন্তুঃ কিংনাম পৌৰষম্॥

সদ্ভাৱত সম্মিলিত সুহৃদ সকলক বঞ্চনা কৰিলে কি নৈপুণ্যতা প্ৰকাশ পাব? যিজন কোলাত শুই আছে তাক বধ কৰিলে কি পুৰুষত্ব লাভ হ'ব?

ৰাজপুত্ৰই এই শ্লোকটো শুনি 'স' আখৰটো এৰি 'সেমিৰা' বুলি বাৰে বাৰে উচ্চাৰণ কৰিবলৈ ধৰিলে। তাৰ পিছত শাৰদানন্দই দ্বিতীয় শ্লোক পাঠ কৰিলেঃ

"সেতুং গত্বা সমুদ্ৰস্য গঙ্গাসাগৰ সঙ্গমম্।
ব্ৰহ্মঘাতী প্ৰমুচ্যেত মিত্ৰদ্ৰোহী ন মুচ্যতে।"

সমুদ্ৰৰ সেতু অৰ্থাৎ ৰামেশ্বৰ আৰু গঙ্গাসাগৰলৈ গ'লে ব্ৰহ্মহত্যা পাপ দূৰ হয়; কিন্তু মিত্ৰদ্ৰোহী মানুহৰ কোনো কালেও মুক্তি নহয়।

ৰাজপুত্ৰই সেই শ্লোক শুনাৰ পিছত 'সসে' এই দুটা আখৰ বাদ দি 'মিৰা' এই দুটা আখৰ বাৰে বাৰে উচ্চাৰণ কৰিবলৈ ধৰিলে। তাৰ পিছত শাৰদনন্দই তৃতীয় শ্লোক পাঠ কৰিলে ঃ

"মিত্ৰদ্ৰোহী কৃতঘ্নশ্চ যশ্চ বিশ্বাসঘাটকঃ।
ত্ৰয়স্তে নৰকং যান্তি যাবদাহুত সংপ্লবম্॥

মিত্ৰদ্ৰোহী কৃতঘ্ন আৰু বিশ্বাসঘাটক এই তিনিও লোক প্ৰলয়কাল-লৈকে নৰকত বাস কৰে।

ইয়াৰ পিছত ৰাজপুত্ৰই তিনিটা আখৰ বাদ দি বাকী আখৰ 'ৰা' টো বাৰে বাৰে উচ্চাৰণ কৰিবলৈ ধৰিলে। শেষত শাৰদানন্দই চতুৰ্থ শ্লোক পাঠ কৰিলে ঃ

"ৰাজাসি ৰাজপুত্ৰোসি যদি কল্যাণমিচ্ছসি॥
দেহি দানং দ্বিজাতিভ্যো দেবতাৰা ধনং কুৰু॥"

হে ৰজা, আপুনি যদি নিজপুত্ৰৰ কল্যাণ কামনা কৰে তেতিয়াহ'লে ব্ৰাহ্মণসকলক দান আৰু দেবতাসকলক আৰাধনা কৰক।

শাৰদানন্দই এনেকৈ কোৰাত ৰাজপুত্ৰই আৰোগ্য লাভ কৰিলে। তেওঁ চেতনা পাই পিতাকৰ ওচৰত ভালুকৰ আগৰ কথাবিলাক বৰ্ণনা কৰিলে। সেই কথা শুনি ৰজাই ক'লে, হেৰা কুমাৰী, তুমি গাঁওত থকা। কেতিয়াও বনলৈ যোৱা নাই। তুমি বাঘ আৰু ভালুকৰ কথাবিলাক কেনেকৈ জানিলা? তেতিয়া আঁৰ-কাপোৰৰ পিছফালে বহি থকা শাৰদানন্দই ক'লে, দেৱতা আৰু ব্ৰাহ্মণসকলৰ প্ৰসাদত মোৰ জিভাৰ আগত সৰস্বতী বাস কৰে। হে ৰজা, সেই কাৰণেই মই ভানুমতীৰ কৰঙ্গনত থকা মাছৰ নিচিনা তিলৰ চিনৰ কথা জানিব পাৰিছিলোঁ। তেতিয়া ৰজা আচৰিত হ'ল। তেওঁ আঁৰ-কাপোৰখন ডাঙি চাই দেখে শাৰদানন্দ বহি আছে। তেতিয়া ৰজা আৰু সভাসদ সকলোৱে শাৰদানন্দক প্ৰণাম কৰিলে।

অৱশেষত ৰজাই বহুবিদ্যা বুদ্ধিসম্পন্ন বেদজ্ঞ মন্ত্ৰীক ক'লে, হে মন্ত্ৰী ডাঙৰীয়া, আপোনাৰ সংসৰ্গত থাকিলে কীৰ্তিলাভ আৰু দুৰ্গতি



নাশ হয়। অতএব সৎসঙ্গ লাভ কৰা পুৰুষসকলৰ একান্ত কৰ্তব্য। তাত উভয় কাৰ্য্যই সিদ্ধি হয়। সৎসঙ্গই বৰ্তমান আৰু ভৱিষ্যত এই উভয় বিপদক নিবাৰণ কৰে। এইটো প্ৰসিদ্ধ কথা যে গঙ্গাজল পান কৰিলে তৃষ্ণা আৰু দুৰ্গতি নাশ উভয় কাৰ্য্যই সিদ্ধি হয়। মোৰ পুত্ৰই আপোনাৰ বুদ্ধি কৌশলত মহৎ বিপদৰ পৰা উদ্ধাৰ হৈ প্ৰাণদান পালে। এনে মহৎ কুলত জন্মলাভ কৰা পুৰুষসকলক একান্ত পূজা কৰা কৰ্তব্য। এইটো সকলোৱে জনাজাত কথা গাৰুড়িক অৰ্থাৎ সাপৰ মন্ত্ৰত বিশাৰদ লোকে যেনেকৈ সাপ সংগ্ৰহ কৰে সেইদৰে ৰজাইও কুলীন মন্ত্ৰী সংগ্ৰহ কৰিব, সেই মন্ত্ৰীয়েই প্ৰশংসাৰ যোগ্য। এইদৰে নানাৰকম স্তুতিৰ দ্বাৰাই মন্ত্ৰীক বস্ত্ৰাদিৰে সম্মান কৰি পৰম সুখেৰে ৰাজত্ব কৰিবলৈ ধৰিলে। মন্ত্ৰীয়ে ভোজৰাজক এই আখ্যান বৰ্ণনা কৰি পুনৰায় ক'লে, হে ৰজা, যি ৰজাই মন্ত্ৰীৰ বাক্য শ্ৰবণ কৰে তেওঁ দীৰ্ঘায়ু আৰু সুখী হয়।

॥ বহুশ্ৰুত উপাখ্যান সমাপ্ত ॥

## বত্ৰিশ পুতলা

### ॥ প্ৰথম উপাখ্যান ॥

আমি ইয়াৰ আগত বহুশ্ৰুত উপাখ্যানৰ কথা কৈ আহিলোঁ। এতিয়া বত্ৰিশ-পুতলাৰ গল্পবিলাকৰ কথা ক্ৰমান্বয়ে আৰম্ভ কৰিছোঁ। ভোজৰাজ ৰজা হোৱাৰ পিছত তেখেতে নিজৰ মন্ত্ৰীক বস্ত্ৰাদিৰ দ্বাৰাই সন্মান কৰি সিংহাসনখন ৰাজভৱনলৈ লৈ আহিল। তাত তেখেতে এহেজাৰ খুঁটাৰ এখন মনোৰম ডাঙৰ দেবালয় নিৰ্মাণ কৰি শুভক্ষণত মন্ত্ৰীসকলৰ সৈতে বিৰাজিত হ'ল। তেতিয়া ব্ৰাহ্মণসকলে স্তব আদি পাঠ কৰাৰ পাছত ভোজৰাজে প্ৰজাসকলক দান-দক্ষিণা দি সন্তোষিত কৰিলে তাৰোপৰি তেখেতে দীন-দুখীয়া কণা খোঁৰা কুঁজা আদি মানুহবিলাকক দান দি ছত্ৰ-চামৰাদিৰ দ্বাৰা সুশোভিত হৈ যেতিয়া সিংহাসনত সংলগ্ন থকা প্ৰথম পুতলাৰ মূৰত ভৰি দিলে, তেতিয়া পুতলাটোৱে মানুহৰ মাতেৰে ৰজাক সম্ভাষণ কৰি ক'লে, হে ৰজা, বিক্ৰমাদিত্য ৰজাৰ দৰে যদি আপোনাৰ বল-শক্তি উদাৰতা আৰু সহিষ্ণুতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত আৰোহণ কৰক।

পুতলাৰ কথা শুনি ৰজাই ক'লে, হেৰা পুতলা! তুমি কোৱাৰ দৰে মোৰো বিক্ৰমাদিত্য ৰজাৰ দৰে পৰাক্ৰম, উদাৰতা, সহনশীলতা সকলো গুণ আছে। তুমিনো কি বিবেচনা কৰা যে মোৰ সেই সকলো গুণৰ কিবা কম বেচি আছে? মই সময়মতে প্ৰাৰ্থনাকাৰী ভিক্ষুক, অভিলাষী, ধনবান সেৱক সকলোকে মুকলি হাতেৰে দান-দক্ষিণা দিছোঁ। তেতিয়া পুতলাই ক'লে, হে ৰজা, আপুনি নিজ মুখেৰে নিজৰ গুণ-কীৰ্তন কৰিছে সেইটোৱেই অনুচিত। যিজনে নিজৰ যশস্যা কীৰ্তন কৰে তেওঁ দুৰ্জন। যিজন সৎ লোক তেওঁৰ নিজৰ গুণ বৰ্ণনা নকৰে। এই পৃথিৱীত দুষ্ট লোকেহে নিজৰ যশ আৰু পৰৰ দোষ চৰ্চা কৰিবলৈ সমৰ্থ হয়।



জ্ঞানী লোকে সঁচাকৈয়ে লোকৰ দোষ নিজৰ গৌৰৱ প্ৰকাশ কৰিবলৈ ইচ্ছা নকৰে। শাস্ত্ৰত কৈছে—যশ, আয়ুস, গৃহচ্ছিদ্ৰ, মন্ত্ৰ, ঔষধ, সঙ্গম, দান, মান, অপমান এই নটা কথা অতি যত্নেৰে গোপন কৰা কৰ্তব্য। অতএব আপোনাৰ যশস্যা নিজেই প্ৰকাশ কৰা অনুচিত। পুতলাৰ কথাত ভোজৰাজে আকৌ পুতলাক ক'লে, হেৰা পুতলা, তুমি সঁচা কথাকে কৈছা। যিজনে নিজৰ যশস্যা কীৰ্তন কৰে তেওঁ সঁচাকৈয়ে মূৰ্খ। মোৰ নিজৰ গুণ নিজে প্ৰকাশ কৰাটো অনুচিত। এই সিংহাসনখন যাৰ তুমি তেখেতৰ গুণ কীৰ্তন কৰ। পুতলাই ক'লে, এইখন বিক্ৰমাদিত্য মহাৰাজৰ সিংহাসন। যদি তেখেতে সন্তোষ পাই যাচক, ভিক্ষাৰী, অভিলাষীসকলক এক কোটিকৈ সোণৰ মোহৰ দান দিয়ে। তেখেতে যাচক দেখিলেই এহেজাৰ, গুচৰত কথা ক'লে অযুত আৰু মহৎলোকক লক্ষ আৰু সন্তোষ পালে তিনিকোটি সোণৰ মুদ্ৰা দান দিয়ে। যদি আপোনাৰ এনে দানশক্তি মহৎগুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত আৰোহণ কৰক। পুতলাৰ কথা শুনি ভোজৰাজ মনমাৰি বহি থাকিল।

প্ৰথম উপাখ্যান সমাপ্ত

### ॥ দ্বিতীয় উপাখ্যান ॥

ইয়াৰ পিছত ভোজৰাজে দ্বিতীয় পুতলাৰ মূৰত ভৰি দি সিংহাসনত বহিবলৈ গ'ল। তেতিয়া পুতলাই মানুহৰ মাতেৰে ক'লে, হে ৰজা, যদি বিক্ৰমাদিত্যৰ দৰে আপোনাৰ বল উদাৰতা আৰু সহিষ্ণুতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক। ভোজৰাজে ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা গুণৰ বৃত্তান্ত বৰ্ণনা কৰা। পুতলাই ক'লে, হে ৰজা শুনক। বিক্ৰমাদিত্য ৰাজত্ব কৰি থাকোঁতে এদিন ভ্ৰমণকাৰী দূতসকলক মাতি আনি ক'লে, দূতসকল, তোমালোক পৃথিৱী ভ্ৰমণ কৰোঁতে কৰোঁতে য'ত কৌতুক অথবা বিশেষ তীৰ্থক্ষেত্ৰ দৰ্শন কৰিবা সেই সকলো কথাৰ বিৱৰণ মোক নিবেদন কৰিবাহি।

মই সেই ঠাইলৈ যাম। এনেদৰে কিছুকাল যোৱাৰ পিছত কোনো এজন দূত দেশ-দেশান্তৰৰ পৰা ভ্ৰমণ কৰি আহি ৰজাক ক'লেহি, হে ৰজা, চিত্ৰকূট পৰ্বতৰ ওচৰৰ তপোবনৰ মাজত অতি মনোহৰ এখন দেবালয় আছে।

তাত পৰ্বতৰ ওখ ঠাইৰপৰা নিৰ্মল পানী পৰি থাকে। তাত গা ধুলে সকলো মহাপাপ বিনাশ হয়। যিজনে মহাপাপ কৰে তেওঁৰ অঙ্গৰ পৰা কৃষ্ণবৰ্ণ পানী বাহিৰ হয়। যি তাত গা ধোৱে তেওঁক পুণ্যৱান পুৰুষ বুলি কয়। তাত এজন ব্ৰাহ্মণে এটা ডাঙৰ হোম কৰিছে। তেওঁ যে তাত কিমান বছৰ হোম কৰিছে সেইটো কথা জানিব নোৱাৰি। প্ৰত্যেক দিনে হোমৰ কুণ্ডৰ বাহিৰ ফালে হোমৰ ভস্ম পৰ্বতাকাৰ হৈ থাকে। ব্ৰাহ্মণে কাৰো লগত কথা-বতৰা নেপাতে। মই এনে ধৰণৰ বিচিত্ৰ ঠাই দেখি আহিছোঁ। সেই কথা শুনি ৰজাই দূতৰ লগত তালৈ গৈ বৰ আনন্দ পালে। ৰজাই ক'লে, এইখন পবিত্ৰ ঠাই। ইয়াত সাক্ষাৎ জগদম্বা বাস কৰিছে। এই ঠাই দৰ্শন কৰি মোৰ মন পবিত্ৰ হ'ল। ৰজাই ইয়াকে কৈ আকাশোদকত গা-ধুই দেৱতাক সেৱা কৰি ব্ৰাহ্মণে হোম কৰা ঠাইলৈ গৈ ব্ৰাহ্মণক ক'লে, হে বিপ্ৰবৰ, আপুনি কিমান দিনৰপৰা এই হোম কৰিছে। তেওঁ ক'লে, "যেতিয়া সপ্তৰ্ষি-মণ্ডল ৰেৱতী নক্ষত্ৰৰ প্ৰথম পাদত অৱস্থিত আছিল তেতিয়াই মই হোম আৰম্ভ কৰিছিলোঁ। এতিয়া অশ্বিনী নক্ষত্ৰত সপ্তৰ্ষিমণ্ডল আছে। দেখাদেখিকৈ এবছৰ পাৰ হৈ গ'ল। মই এই হোম এতিয়াও কৰি আছোঁ। তথাপি দেৱতা প্ৰসন্ন হোৱা নাই।

সেই কথা শুনি ৰজাই নিজে দেৱতাৰ স্তৱ পাঠ কৰি হোমৰ কুণ্ডত আহুতি দিলে। তথাপিও দেৱী সদয় নহ'ল। ইয়াৰ পিছত ৰজাই নিজৰ মূৰ ঘিউৰে আহুতি দিম বুলি নিশ্চয় কৰি যেতিয়া কণ্ঠত তৰোৱালৰ খাপ মাৰিবলৈ উদ্যত হ'ল তেতিয়া দেৱীয়ে ৰজাৰ তৰোৱাল-খন হাতেৰে ধৰি ৰজাক ক'লে, মই সন্তোষিত হৈছোঁ। তুমি বৰ প্ৰাৰ্থনা কৰা। ৰজাই ক'লে, দেৱী, এই ব্ৰাহ্মণে বহুত বছৰ হোম কৰিছে তথাপি তুমি এওঁক কৃপা কৰা নাই। কি কাৰণতনো মোৰ প্ৰতি ইমান সোনকালে প্ৰসন্ন হ'লা? দেৱীয়ে ক'লে, হে ৰজা, এই ব্ৰাহ্মণে হোম কৰিছে হয়, কিন্তু এওঁৰ মনত স্বাৰ্থ নাই, সেই কাৰণে মই সন্তুষ্ট হোৱা নাই। শাস্ত্ৰত কৈছে: আঙ্গুলিৰ আগেৰে, যি জপ, মেৰু লঙ্ঘনত যি জপ, ব্যগ্ৰচিত্তৰ যি জপ এই তিনিওবিধ নিষ্ফল হয়। দেৱতা, দৈব্য, ঔষধ, গুৰু এই সকলৰ প্ৰতি যাৰ যেনে ভাবনা সেই দৰেই সিদ্ধিলাভ হয়। দেখা কাঠত, শিলত আৰু মাটিৰে সজা পুতলা আদিত দেৱতা নাই। দেৱতা থাকে ভাবত। এতেকে ভাবেই হৈছে সিদ্ধিলাভৰ কাৰণ। ৰজাই ক'লে, যদি মোৰ প্ৰতি প্ৰসন্ন হৈছে তেতিয়া-হ'লে এই ব্ৰাহ্মণৰ মনোৰথ পৰিপূৰ্ণ কৰা। দেৱীয়ে ক'লে, হে ৰজা, আপুনি পৰোপকাৰী। আঁহত গছৰ দৰে নিজৰ দেহক কষ্ট দি পৰৰ শ্ৰম বিনাশ কৰিছে। শাস্ত্ৰত কৈছে: যে ডাঙৰ গছবিলাকে নিজে ৰ'দত থাকি লোকক ছাঁ বিতৰণ কৰে আৰু সত্যে সত্যে পৰৰ কাৰণেই ফলবান হয়। পৰোপকাৰৰ নিমিত্তে নদীবিলাক বৈ থাকে, পৰোপকাৰৰ নিমিত্তে গাই-বিলাকে গাখীৰ দিয়ে, পৰোপকাৰৰ কাৰণেই এই শৰীৰ। এইদৰে ৰজাক প্ৰশংসা কৰি দেৱীয়ে ব্ৰাহ্মণৰ মনোবাঞ্ছা পৰিপূৰ্ণ কৰিলে। পুতলাই ক'লে, ৰজা, আপোনাৰ যদি এনে ধৰণৰ ধৈৰ্য্য আছে তেতিয়া-হ'লে এই সিংহাসনত উপবেশন কৰক। ৰজা মৌন হৈ বহি থাকিল।

দ্বিতীয় উপাখ্যান সমাপ্ত

## ॥ তৃতীয় উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত আৰোহণ কৰিবলৈ উদ্যত হোৱাত তৃতীয় পুতলাই ক'লে, হে ৰজা শুনক। বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতা গুণ থকা পুৰুষহে এই সিংহাসনত বহিবৰ উপযুক্ত। ভোজৰাজ ক'লে, হেৰা পুতলা, তুমি তেওঁৰ বদান্যতা প্ৰকাশ কৰা। পুতলাই ক'লে, মহাৰাজ শুনক। বিক্ৰমাদিত্যৰ তুল্য ৰজা এই পৃথিৱীতে আৰু কোনো নাই। তেওঁৰ মানত এওঁ আপোন এওঁ পৰ এনে মনোভাব

নাছিল। তেওঁ অখিল বিশ্বকে আপোন ভাবত পালন কৰিছিল। এওঁ আপন এওঁ পৰ এনে বিপৰীত ভেদা-ভেদ-ভাব থকা মানুহ বিলাকৰহে হয়। উদাৰ চৰিত্ৰৰ লোকসকলে গোটেই পৃথিৱীকে আপোন বুলি ভাবে। সাহস উদ্যম আৰু সহনশীলতাত তেওঁৰ সমকক্ষ হ'ব পৰা কোনো মানুহ নাছিল। সেই কাৰণে ইন্দ্ৰাদি দেৱতাসকলেও তেওঁক সহায়ক কৰিছিল। যাৰ উদ্যোগ, সাহস, সহিষ্ণুতা, শক্তি, বুদ্ধি আৰু পৰাক্ৰম এই ছটা গুণ আছে দেৱকন্যাসকলেও তেওঁক সন্দেহ কৰে। যিজন উৎসাহী, অদীৰ্ঘসূত্ৰী, কাৰ্য্যৰ বিধানত পটু, অথবা ব্যসনত অনাসক্ত, সাহসী, পুণ্যবান, দৃঢ়বিশ্বাসী, এনেলোকৰ লগত লক্ষ্মীয়ে বাস কৰে। এই সকলো গুণৰ অধিকাৰী, ঐশ্বৰ্য্যশালী ৰজা বিক্ৰমাদিত্যই এদিন চিন্তা কৰিলে, হায়! হায়! এই সংসাৰ অসাৰ, ইয়াত কেতিয়া কাৰ কি হয় কোনেও নাজানে। সেই কাৰণে উপাৰ্জিত ধন দান আৰু ভোগৰ বাহিৰে কেতিয়াও সফল নহয়। সেই কাৰণে সৎপাত্ৰত ধন দান ক্ৰিয়া-টোৱেই একমাত্ৰ ফল। সেয়ে নহ'লে সকলো অনৰ্থকৰ মূল।

দান, ভোগ আৰু নাশ, ধনৰ গতি তিনি প্ৰকাৰৰ। যি মানুহে দান বা ভোগ নকৰে বৈভৱ থাকিলেও সেই ধন তেওঁৰ নহয়। আৰু কমলা অতি বেগবান বতাহত পীড়িত অথবা বতাহত নুমাব খোজা চাকিৰ শলাকানিৰ শিখাৰ দৰে চঞ্চলা ইত্যাদি কাৰণত ডাঙৰ পুখুৰিত থকা পানীৰ দৰে ধন খটিব লাগে। ৰজাই ইয়াকে বিচাৰ কৰি সৰ্বস্ব-দক্ষিণা যজ্ঞ পাতিবলৈ স্থিৰ কৰিলে। যজ্ঞৰ সকলো প্ৰকাৰৰ বস্তু যোগাৰ কৰা হ'ল। দেৱতা, মুনি, গন্ধৰ্ব, যক্ষ, সিদ্ধ প্ৰভৃতি সকলোকে ৰজাই যজ্ঞলৈ নিমন্ত্ৰণ কৰিলে। তাৰোপৰি তেওঁ সমুদ্ৰক নিমন্ত্ৰণ কৰিবলৈ এজন ব্ৰাহ্মণক পঠালে। ব্ৰাহ্মণ সাগৰৰ পাৰলৈ গৈ ষোড়শোপচাৰে সাগৰক পূজা কৰি ক'লে, "হে সমুদ্ৰ, বিক্ৰমাদিত্য ৰজাই মোক আপনাৰ ওচৰলৈ পঠাইছে। ৰজাই সৰ্বস্ব-দক্ষিণা যজ্ঞ পাতিছে। মই আপোনাক নিমন্ত্ৰণ কৰিবলৈ আহিছোঁ।" এই বুলি সাগৰৰ পানীত পুষ্পাঞ্জলী দি ক্ষন্তেকপৰ



জিৰণি ললে। ব্ৰাহ্মণে সাগৰক পুষ্পাঞ্জলী দিয়াৰ পাছত সাগৰৰ পৰা কোনো প্ৰত্যুত্তৰ নেপাই অসন্তোষ মনেৰে উজ্জয়িনীলৈ উভতি আহিবলৈ উদ্যত হ'ল। তেতিয়া সমুদ্ৰই ব্ৰাহ্মণৰ বেশ ধৰি দীপ্তিমান শৰীৰেৰে তেওঁৰ আগত উপস্থিত হ'ল। তেওঁ ব্ৰাহ্মণক ক'লে, হে ব্ৰাহ্মণ, বিক্ৰমাদিত্য ৰজাই মোক নিমন্ত্ৰণ কৰিবৰ কাৰণে আপোনাক মোৰ ওচৰলৈ পঠাইছে। আপুনি যে ভক্তিৰে মোক পূজা কৰিলে সেই পূজা মই পাইছোঁ। যথাসময়ত দান কৰিলে বন্ধুত্বৰ লক্ষণ প্ৰকাশ পাই। দান কৰা, প্ৰতিগ্ৰহণ কৰা, গোপন কথা কোৱা, প্ৰশ্ন কৰা, ভোজন কৰা আৰু ভোজন কৰোৱা এই ছটা গুণেই মানুহৰ প্ৰীতিৰ লক্ষণ। দূৰত থকা মানুহৰ লগত মিত্ৰতা নষ্ট হয়, আৰু ওচৰত থকা মানুহৰ লগত চেনেহ বাঢ়ে, এইটো কথা নহয়! এই বিষয়ত স্নেহেই প্ৰমাণ। যি মানুহ যাৰ মনত থাকে তেওঁ দূৰত থাকিলেও ওচৰত, আৰু যিজন মানুহ দূৰৈত থাকে তেওঁ ওচৰত থাকিও দূৰত থাকে।

আনফালে মন কৰক পৰ্বতত ম'বা-চৰাই, আকাশত ডাৱৰ, লক্ষ-যোজনৰ অন্তত সূৰ্য্য আৰু পানীৰ মাজত পদুম ফুল থাকে, তাতো সিহঁতৰ অতিশয় প্ৰীতিৰ লক্ষণ প্ৰকাশ পাই। ফলত যি যাৰ মিত্ৰ তেওঁ দূৰত থাকিলেও তেওঁলোকৰ প্ৰীতিৰ হানি নহয়। সেই কাৰণে মোৰ যজ্ঞলৈ যোৱাটো একান্ত কৰ্তব্য। মোৰ ইয়াত অলপ প্ৰয়োজন আছে। মই সেই সৎ কাৰ্য্যত ব্যয় কৰিবৰ কাৰণে ৰজাক চাৰিটা ৰত্ন প্ৰদান কৰিম। এই চাৰি ৰত্নৰ মাহাত্ম্য এই যে প্ৰথম ৰত্নত যি বস্তুকে স্মৰণ কৰা হয় সি তাকেই দিয়ে। দ্বিতীয় ৰত্নই অমৃত তুল্য ভোজনাদি উৎপাদন কৰে, তৃতীয় ৰত্নৰ পৰা অশ্ব, ৰথ পদাতি-যুক্ত চতুৰঙ্গ সেনা উৎপন্ন হয়, আৰু চতুৰ্থ ৰত্নৰ পৰা দিব্য আভৰণাদি উৎপন্ন হয়। আপুনি ৰজাৰ হাতত চাৰিওটা ৰত্ন অৰ্পণ কৰক গৈ। ব্ৰাহ্মণে সমুদ্ৰৰ পৰা চাৰিওটা অমূল্য ৰত্ন লৈ আহি উজ্জয়িনী নগৰ পালেহি। তেতিয়া যজ্ঞ শেষ হ'ল। ৰজাই অবভৃথ স্নান কৰি অৰ্থী-

সকলৰ মনোৰথ পূৰণ কৰিছিল। ব্ৰাহ্মণে চাৰিওটা অমূল্য ৰত্ন প্ৰদান কৰিলে। তেওঁ ৰজাৰ আগত প্ৰত্যেকটো ৰত্নৰ গুণ বৰ্ণনা কৰিলে। তেতিয়া ৰজাই ব্ৰাহ্মণক ক'লে, হে প্ৰিয়বৰ, আপুনি যজ্ঞ শেষ হোৱাৰ পিছত উপস্থিত হৈছেহি। মই ব্ৰাহ্মণসকলক দান-দক্ষিণাদি সন্তোষিত কৰিলোঁ। সি-যি-কি নহওক, এই ৰত্ন চাৰিটাৰ ভিতৰত আপোনাৰ যিটোতে অভিৰুচি হয় তাকে গ্ৰহণ কৰক। ব্ৰাহ্মণে ৰজাক ক'লে, ভাল বাৰু, মই ঘৰলৈ গৈ মোৰ পৰিবাৰ পুত্ৰ আৰু বোৱাৰীহঁতক সোধ-পোছ কৰি সকলোৰে যি অভিমত হ'ব তাকে কৰিম। ৰজাই ক'লে, আপুনি তাকেই কৰক। ব্ৰাহ্মণ ঘৰলৈ গৈ সপৰিয়ালকে সকলো কথা বিবৰি ক'লে।

সেইকথা শুনি ব্ৰাহ্মণৰ পুতেকে প্ৰথমে ক'লে, যিটো ৰত্নই চতুৰঙ্গ বল প্ৰদান কৰে সেইৰত্ন মই লম; যেহেতু তাৰ দ্বাৰাই সুখেৰে ৰাজ-পাটত বহি ৰাজত্ব কৰিম। পুতেকৰ কথাত বাপেকে ক'লে, সি বুদ্ধিমান যি ৰাজ্য প্ৰাৰ্থনা নকৰে। যেহেতু ৰামৰ বনগমন বলিৰজাৰ পাতালত বসতি। পাণ্ডবপুত্ৰ সকলৰ বাৰবছৰ বনবাস। বৃষ্ণি বংশধৰ সকলৰ নিধন, নলৰজাৰ ৰাজ্যভ্ৰষ্ট এনে হেন সৌভাগ্যশালী লোকৰে সেই অৱস্থা। অৰ্জুন বধ আৰু ৰজাসকলৰ ৰাজ্যৰ কাৰণে বিড়ম্বনা, এইবিলাক দেখিশুনি ৰাজ্য কামনা নকৰিবা।

পুনৰায় পিতাকে ক'লে, যাৰপৰা ধন-লাভ হয় সেই ৰত্নটোকে গ্ৰহণ কৰা। ধনৰ দ্বাৰাই লাভ কৰিব নোৱৰা বস্তু জগতত নাই; ইয়াকে নিশ্চয় কৰি বুধিয়ক লোকে একমাত্ৰ ধন উপাৰ্জন কৰিব।

ইয়াৰ পিছত ঘৈণীয়েকে ক'লে, যি ৰত্নৰ দ্বাৰাই ছবিধ ৰস উৎপাদন কৰে সেই ৰত্নকে মই ল'ম। কাৰণ প্ৰাণীসকলৰ অন্নই প্ৰাণ। ঈশ্বৰে অন্নক মানুহৰ প্ৰাণ ধাৰণৰ উপায়-স্বৰূপে সৃষ্টি কৰিছে। সেই কাৰণে মই অন্নৰ বাহিৰে একোকে প্ৰাৰ্থনা নকৰোঁ। ইয়াৰ পিছত বোৱাৰীয়েকে ক'লে, যি ৰত্নই আভৰণাদি উৎপাদন কৰে সেই ৰত্নকে গ্ৰহণ কৰা কৰ্তব্য; যেহেতু মনোহৰ ভূষণে বিভৱ অনুসাৰে মানৱক



বিভূষিত কৰে। ভূষণৰ দ্বাৰাই শুচি, সৌভাগ্য, আয়ুস আৰু শ্ৰী-বৃদ্ধি হয়। বাসৰূপ বিভূষণ সুহৃদ সকলৰ শুভপ্ৰদ। ৰত্নাদি ভূষণৰ দ্বাৰাই দেৱতা সকল সুখী হয়।

অৱশেষত ব্ৰাহ্মণে ৰজাৰ আগত পুত্ৰ-পৰিবাৰ আদিৰ চাৰি ৰত্ন গ্ৰহণৰ কথা আদিৰ পৰা অন্তলৈকে বৰ্ণনা কৰিলে। ৰজাই ব্ৰাহ্মণৰ কথা সাৰোগত কৰি তেওঁক চাৰিওটা অমূল্য ৰত্ন প্ৰদান কৰিলে। এই কথা কৈ পুতলাই ৰজাক ক'লে, হে ৰজা উদাৰতা গুণ মানুহৰ উপাধিৰ কাৰণে নহয়।

উদাৰতাত কৃত্ৰিমতা নেথাকি অন্তৰৰ পৰা ওলালেহে প্ৰকৃত উদাৰতা গুণ প্ৰকাশ হয়। চম্পা ফুলত সুগন্ধ, মুক্তাফলত কান্তি, কুঁহিয়াৰৰ সোৱাদ ৰস যেনেকৈ সুৱদি হয়, ঠিক সেইদৰে উদাৰতাও স্বাভাৱিকতেই অন্তৰত উদয় হয়। এনে ধৰণৰ উদাৰতা গুণ যদি আপোনাৰ আছে তেতিয়াহলে এই সিংহাসনত উপবেশন কৰক।

তৃতীয় উপাখ্যান সমাপ্ত

## ॥ চতুৰ্থ উপাখ্যান ॥

আকৌ যেতিয়া ভোজৰাজ সিংহাসনত উপবেশন কৰিবলৈ গ'ল তেতিয়া চতুৰ্থ পুতলাই ক'লে, মহাৰাজ শুনক। বিক্ৰমাদিত্যৰ ৰাজ্যত সকলো বিখ্যাত আৰু সকলো গুণ থকা এজন ব্ৰাহ্মণ আছিল। তেওঁ আছিল অপুত্ৰক। এদিন তেওঁৰ পৰিবাৰে ক'লে, হে স্বামী, পুত্ৰ নহ'লে গৃহস্থৰ গতি নাই বুলি স্মৃতিশাস্ত্ৰজ্ঞ পণ্ডিত সকলে কয়ঃ অপুত্ৰকৰ গতি নাই। তেঁওলোক স্বৰ্গগামী হ'ব নোৱাৰে। সেই কাৰণে পুত্ৰমুখ দৰ্শন কৰি পুত্ৰ উৎপাদনৰ পিছতেই তেঁত্তলোক তপস্বী হয়। ৰাতিৰ প্ৰদীপ চন্দ্ৰ, ৰাতিপুৱাৰ প্ৰদীপ সূৰ্য্য, ত্ৰৈলোক্যৰ প্ৰদীপ ধৰ্ম আৰু কুলৰ প্ৰদীপ সৎপুত্ৰ। মতলীয়া হাতী মদৰ দ্বাৰা, ৰাতি পূৰ্ণিমাৰ চন্দ্ৰৰ দ্বাৰা, যুৱতীসকল লজ্জাশীল আদি চৰিত্ৰৰ দ্বাৰা, নৈবিলাক

হংস-মিথুনৰ দ্বাৰা, সভামণ্ডপ পণ্ডিত সকলৰ দ্বাৰা, বংশ সৎপুত্ৰৰ দ্বাৰা, ঘোঁৰা বেগৰ দ্বাৰা, মন্দিৰ নিত্যউৎসৱৰ দ্বাৰা, বাণী ব্যাকৰণৰ দ্বাৰা, পৃথিৱী আৰু সূৰ্য্যৰ দ্বাৰাই তিনি ত্ৰৈলোক্য সুশোভিত হয়। ব্ৰাহ্মণে ক'লে, তুমি সঁচা কথাকে কৈছা, পৰৰ উদ্যোগতো ধন ঘটিব পাৰি। যদি নিৰন্তৰ সুখলাভৰ বাসনা হৃদয়ত থাকে তেতিয়াহলে দৃঢ়ভক্তিৰে ভৱাণীবল্লভক ভজনা কৰিব লাগে। ব্ৰাহ্মণীয়ে ক'লে, আপুনি সকলো কথা জানে। সেই কাৰণে পৰমেশ্বৰৰ সন্তোষৰ অৰ্থে কোনো ব্ৰতাদিৰ অনুস্থান কৰক। বামুনে ক'লে, মই তোমাৰ কথা স্বীকাৰ কৰিছোঁ, কাৰণ বিদ্বান্ হ'লেও যুক্তি-যুক্ত বিবেচনা কৰি ল'ৰাৰ পৰাও উপাদেয় শিক্ষা লাভ কৰিব লাগে। অযুক্তিকৰ অনিষ্ট বাক্য বুঢ়ালোকৰপৰা হ'লেও গ্ৰহণ কৰা অনুচিত। বামুণে ইয়াকে কৈ ঈশ্বৰৰ সন্তোষৰ কাৰণে ৰুদ্ৰানুস্থান ব্ৰত কৰিলে। ইয়াৰ পিছত এদিন ৰাতি বামুণে সপোন দেখিলে, জটামুকুটধাৰী বৃষভবাহন পৰমেশ্বৰে সাক্ষাৎ তেওঁক দৰ্শন দি ক'লে, হে বিপ্ৰবৰ, তুমি প্ৰদোষ ব্ৰতৰ অনুস্থান কৰা। সেই ব্ৰত কৰিলে তোমাৰ পুত্ৰলাভ হ'ব। ইয়াৰ পিছত বামুণে বুঢ়াসকলৰ আগত ৰাতি দেখা সপোনৰ কথা ক'লে, এইটো শুভ সপোন, যেহেতু সপোন-চৰিত্ৰত এইটো কথা কৈছে, 'দেৱতা ব্ৰাহ্মণ, গুৰু, গৰু, পিতৃপুৰুষ সকল সন্ন্যাসী আৰু ৰজাই সপোনত যি কথা কয়, সেইতো সত্য হয় আৰু সপোন ফলিয়ায়। সেই কাৰণে এই ব্ৰত কৰিলে তোমাৰ পুত্ৰ জন্ম হ'ব।

তেঁওলোকৰ কথামতে ব্ৰাহ্মণে আঘোনমাহৰ শুক্ল পক্ষৰ একাদশী তিথিত শাস্ত্ৰীয় বিধানমতে প্ৰদোষ ব্ৰতৰ অনুস্থান কৰিলে। পৰমেশ্বৰে সন্তোষিত হৈ ব্ৰাহ্মণক পুত্ৰদান দিলে। ব্ৰাহ্মণে ল'ৰাৰ জাত কৰ্ম কৰি ১২ দিনৰ দিনা দেৱদত্ত নাম দি অন্নপ্ৰাশন আৰু উপনয়নাদি কৰ্মবিলাক ক্ৰমান্বয়ে সামাধা কৰিলে। ইয়াৰ পিছত ল'ৰাক বেদশাস্ত্ৰাদিৰ শিক্ষাদান দি ষোল বছৰ বয়সত গোদান দি পুতেকৰ বিবাহ পাতি পুতেকক উপদেশ দি ক'লে পুত্ৰ, তুমি মোৰ উপদেশ শুনা। তুমি বৰ দুঃখত পৰিলেও নিজৰ



ধৰ্ম পৰিত্যাগ নকৰি ধৰ্ম আচৰণ কৰিবা। কাৰো লগত বিবাদ নকৰিবা, সকলো জীৱৰ প্ৰতি দয়া কৰিবা। পৰমেশ্বৰৰ প্ৰতি সদায় ভক্তিমান হ'বা। পৰস্ত্ৰীক দৰ্শন নকৰিবা। প্ৰৱল বিৰোধ নকৰিবা। সৎলোকৰ অনুসৰণ কৰি কাম কৰিবা। প্ৰস্তাৱকৰ অনুকূলে কথা ক'বা। নিজৰ উপাৰ্জন চাই ব্যয় কৰিবা। সৎলোকৰ সেৱা কৰিবা, অসৎলোকৰ সঙ্গ নল'বা। তিৰোতাবিলাকক গোপনীয় কথা নকবা। ব্ৰাহ্মণে এনে ধৰণৰ অনেক উপদেশ দি নিজে বাৰানসীলৈ গমন কৰিলে। দেৱদত্তই পিতাকৰ উপদেশ পালন কৰি সেই নগৰতে থাকিবলৈ ল'লে।

এনেদৰে কিছুকাল যোৱাৰ পিছত এদিন দেৱদত্তই হোমৰ কাঠখৰি আনিবলৈ গৈ কাঠ কাটিবলৈ ধৰিলে। ঠিক সেই সময়তে বিক্ৰমাদিত্য ৰজা পহুচিকাৰ কৰিবলৈ গৈছিল। ৰজাই এটা গাহৰিৰ পিছে পিছে গৈ থাকোতে মহা অৰণ্যৰ বাট ভুল কৰি হঠাৎ দেৱদত্তক নগৰলৈ ওলাব পৰা বাটৰ কথা সুধিলে। তেওঁ ৰজাক আগে আগে আগবঢ়াই আনি নগৰ পোৱালেহি। ইয়াৰ পিছত ৰজাই দেৱদত্তক সম্মান কৰি তেওঁক এটা বিশেষ কামত নিযুক্ত কৰিলে। এইদৰে অনেক কাল গ'ল। এদিন ৰজাই ক'লে, দেৱদত্তই কৰা উপকাৰৰপৰা মই কেনেকৈ উত্তীৰ্ণ হ'ম?

শাস্ত্ৰত কৈছেঃ "কম বয়সত কম পৰিমাণে পানীখোৱাৰ কথা স্মৰণ কৰি মূৰত বহুত বহুত নাৰিকল ফল বহন কৰি নাৰিকল গছবিলাকে আজীৱন কাল অমৃততুল্য পানী দান দিয়ে, সেই কাৰণে সাধুপুৰুষ সকলে উপকাৰ কৰাৰ কথা কেতিয়াও পাহৰিব নোৱাৰে।"

দেৱদত্তই ৰজাৰ কথা শুনি মনে মনে ভাবিলে যে ৰজাই এইদৰে কৈছে যেতিয়া সেইটো সঁচা হক্ মিছা হক এবাৰ পৰীক্ষা কৰি চোৱা যাওক। ইয়া কে কৈ দেৱদত্তই কোনেও নজনাকৈ ৰাজকুমাৰক নিজৰ ঘৰলৈ মাতি আনি তেওঁক এটা গোপন ঘৰত ৰাখিলে। ইয়াৰ পিছত

তেঁওৰ অলঙ্কাৰবিলাক বিক্রি কৰিবৰ কাৰণে দেৱদত্তই তেঁওৰ চাকৰটোৰ হাতত দি নগৰলৈ পঠাই দিলে। ইতিমধ্যে ৰাজপুত্রক চোৰে মাৰিলে বুলি ৰাজভৱনত হৈ-চৈ লাগিল। ৰজাইও নিজৰ পুতেকক বিচাৰিবৰ কাৰণে সকলো ৰাজকুমাৰক চাৰিওফালে পঠালে। ইয়াৰ পিছত তেঁওবিলাকে দোকানবিলাকত ৰাজপুত্রক বিচাৰিবলৈ ধৰিলে। এইদৰে বিচাৰোতে বিচাৰোতে দেৱদত্তৰ চাকৰটোৰ হাতত ৰাজপুত্রৰ আভৰণ দেখিবলৈ পালে। তেতিয়া তেঁওলোকে দেৱদত্তৰ চাকৰৰ হাতত থকা অলঙ্কাৰখিনি যে ৰাজপুত্রৰ তাক নিশ্চয়কৈ জানিলে আৰু দেৱদত্তৰ চাকৰক বান্ধি ৰজাৰ ওচৰলৈ লৈ গ'ল। তাৰ পিছত ৰজাৰ চাকৰবিলাকে ক'লে, হেৰ পাপিষ্ঠ! এই অলঙ্কাৰখিনি তোৰ হাতলৈ কেনেকৈ আহিল? তেতিয়া সি ক'লে, দেৱদত্তই মোৰ হাতত এই অলঙ্কাৰখিনি দিছিল, মই তেওঁৰ চাকৰ। তেওঁমোক কৈছিল যে এই অলঙ্কাৰখিনি দোকানত বিক্রি কৰি ধন আন। তাৰ পিছত ৰজাই দেৱদত্তক মতাই আনি সুধিলে, দেৱদত্ত, এই আভৰণখিনি তোমাক কোনে দিছিল?

দেৱদত্তই ক'লে, মোক কোনেও দিয়া নাই। ময়েই ধনৰ লোভত পৰি আপোনাৰ পুত্রক হত্যা কৰি তেওঁৰ সকলো আভৰণ গ্রহণ কৰি তাৰ ভিতৰৰে এটা আভৰণ ইয়াৰ হাতত দি বিক্রি কৰিবলৈ দি তাক নগৰলৈ পঠাইছিলোঁ। এতিয়া আপোনাৰ যেনে অভিৰুচি হয় তেনে কৰক। কৰ্মবশতঃ মোৰ এনে বুদ্ধি হ'ল। এই বুলি দেৱদত্ত তলমূৰকৈ বহি থাকিল। এই কথা শুনি ৰজাও মৌন হৈ থাকিল। ৰাজসভাৰ মাজৰ এজনে ক'লে, এই মানুহজনে ধৰ্মশাস্ত্র জানিও এনে পাপ-কাম কৰিলে। আন এজনে ক'লে, সেইটোনো কি বিচিত্র কথা। নিজৰ কৰ্ম দোষতেই এনে কাম কৰিবলৈ মতি হ'ল। শাস্ত্রত কৈছে: "চন্দ্ৰক্ষয় ৰোগী স্বভাবতঃ কুঁজা আৰু জড়াত্মা মিত্রসকলৰ বিপদৰ সময়ত দোষৰ আকৰ হ'লেও পৰমেশ্বৰে তেওঁলোকক মূৰত ধাৰণ কৰে। তথাপি মহৎলোকসকলে আশ্রিত লোকসকলৰ দোষ গুণৰ বিচাৰ



নকৰে। আৰু যি লোকে উপকাৰীৰ প্রতি সাধু ব্যৱহাৰ কৰে তেওঁৰ সাধুতাৰ চিন কি? কিন্তু অপকাৰীৰ প্রতি যি লোকে সৎব্যৱহাৰ কৰে সৎলোকে তেওঁকেই যথাৰ্থ 'সাধু' বুলি কয়।" ৰজাই দেৱদত্তক ক'লে, হেৰি দেৱদত্ত, আপুনি মনত লেশমাত্রও ভয় নকৰিব। মোৰ পুত্রৰ পূৰ্ব-জন্মৰ বলৱৎ কৰ্মদোষত মৃত্যু হৈছে।

আপুনি কি কৰিব? পূৰ্বজন্মৰ কৰ্মফল কোনেও খণ্ডন কৰিব নোৱাৰে। যাৰ মাতৃ লক্ষ্মী আৰু পিতৃ বিষ্ণু, যিজন নিজে বিষমায়ুধ তেওঁ শম্ভুৰ ক্রোধানলত দগ্ধ হৈছিল। সেই কাৰণে পূৰ্বজন্মৰ কৰ্মফলক কোনেও খণ্ডন কৰিব নোৱাৰে। মই যেতিয়া পছুচিকাৰ কৰিবলৈ গৈ মহাৰণ্যত সোমাই বাট হেৰুৱালোঁ তেতিয়া আপুনি মহাৰণ্যৰ পৰা মোক বাট দেখুৱাই নগৰলৈ আনি মোৰ মহৎ উপকাৰ সাধন কৰিলে, তাৰ বিনিময়ত মই হেজাৰ হেজাৰ উপকাৰ কৰি আপোনাৰ উপকাৰৰ প্রত্যুপকাৰ কৰি পৰিশোধ কৰিব নোৱাৰোঁ। এইদৰে ৰজাই আহ্বান কৰি, বস্ত্রাদি আভৰণাদিৰে সম্মানিত কৰি তেখেতক বিদায় দিলে। তাৰ পিছত দেৱদত্তই ৰাজকুমাৰক আনি ৰজাৰ আগত উপস্থিত কৰিলে। তেতিয়া ৰজাই আচৰিত হৈ ক'লে, এইটো কি কথা? কি দৃশ্য! দেৱদত্তই ক'লে, আপুনি আগতে কৈছিল যে দেৱদত্তই কৰা উপকাৰৰপৰা মই কোনো ৰকমেই উদ্ধাৰ হ'ব নোৱাৰোঁ। আপোনাৰ স্বভাব পৰীক্ষা কৰিবৰ কাৰণে মই এনে কৰিছিলোঁ। এতিয়া মোৰ তাত প্রত্যয় জন্মিছে। ৰজাই ক'লে যে যিজনে কৰিযোৱা উপকাৰৰ কথা পাহৰি যায়, তেওঁ নিশ্চয়েই অধম পুৰুষ। দেৱদত্তই ক'লে, আপুনি বিনা কাৰণতে অখিল জগতৰ উপকাৰ কৰি আছে, সেই কাৰণে আপুনি তিনিও লোকত এজনমাত্র সৎলোক।

অৰ্থাৎ যি সকল সৎলোক তেখেতসকল যথাৰ্থ ধনী। যি সকল কৃতিপুৰুষ আৰু পৰৰ উপকাৰৰ কাৰণে জীৱন ধাৰণ কৰে তেখেতসকল যথাৰ্থতেই সুখী লোক। এই কথা কৈ পুতলাই ৰজাক ক'লে, হে

ৰজা, যদি আপোনাত এনে ধৰণৰ পৰোপকাৰ আৰু উদাৰতা গুণ আছে তেতিয়াহলে এই সিংহাসনত আৰোহণ কৰক। ভোজৰাজ মনে মনে বহি থাকিল।

চতুৰ্থ উপাখ্যান সমাপ্ত

## ॥ পঞ্চম-উপাখ্যান ॥

ইয়াৰ পিছত ভোজৰাজ যেতিয়া সিংহাসনৰ ওপৰত বহিবলৈ গ'ল তেতিয়া পঞ্চম পুতলাই ক'লে, হে ৰজা, শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত এদিন কোনো এজন সদাগৰ আহি ৰজাৰ হাতত এটা অমূল্য ৰত্ন অৰ্পণ কৰিলে। তেখেতে সেই উজ্জ্বল ৰত্নটো নিৰীক্ষণ কৰি পৰীক্ষক সকলক মাতি আনি ক'লে, হে পৰীক্ষক সকল, এই অমূল্য ৰত্নটো ভালেই নে বেয়া ইয়াৰ মূল্যাই বা কিমান হ'ব সেইটো আপোনা-লোকে ধাৰ্য্য কৰক। ৰজাৰ আদেশ মতে তেওঁলোকে ৰত্নটো পৰীক্ষা কৰি ক'লে, ৰজা এইটো অমূল্য ৰত্ন। ইয়াৰ মূল্য নজনাকৈ যদি খৰিদ কৰে, তেতিয়াহ'লে অতিশয় লোকচান হ'ব। তেওঁলোকৰ কথা শুনি ৰজাই তেওঁলোকক বহুত দ্ৰব্যাদি দান দি সদাগৰক ক'লে, হে সদাগৰ, আপোনাৰ এনে অমূল্য ৰত্ন আৰু আছে নে? সদাগৰে ক'লে, মহাৰাজ, এনে ধৰণৰ আৰু দহোটা মোৰ ঘৰত আছে; কিন্তু সেই দহোটা ৰত্ন মই লগত লৈ অহা নাই। যদি আপোনাৰ প্ৰয়োজন আছে তেতিয়াহলে আপুনি সকলো ৰত্নকে উচিত মূল্য দি খৰিদ কৰক।

ইয়াৰ পিছত পৰীক্ষক সকলে এটা এটা ৰত্নৰ মূল্য ছয় কোটি সোণৰ মুদ্ৰা হ'ব বুলি নিৰ্ধাৰিত কৰিলে।

ৰজাই সকলো ৰত্নৰ মূল্য বণিকক দি তেওঁৰ লগত মণিকাৰ নামৰ এটা বিশ্বাসী চাকৰক সদাগৰৰ লগত পঠালে। যাবৰ সময়ত ৰজাই মণিকাৰক ক'লে, মণিকাৰ, তুমি যদি আঠ দিনৰ ভিতৰত ৰত্ন লৈ ঘূৰি



আহাঁ তেতিয়াহলে মই তোমাক যথোচিত পুৰস্কাৰ দিম। মণিকাৰে ক'লে, মহাৰাজ, কোনো ভয় নকৰিব। মই আঠ দিনৰ ভিতৰত আপোনাৰ চৰণ দৰ্শন কৰিম, যদি তাকে নকৰোঁ মই দণ্ডনীয় হ'ম; এই বুলি মণিকাৰ সদাগৰৰ লগত নিবাস নগৰলৈ গ'ল। তাত সদাগৰে মণিকাৰক দহোটা ৰত্ন প্ৰদান কৰিলে। সেই ৰত্নকেটা লৈ মণিকাৰ বাটেদি আহি থাকোতে হঠাৎ এজাক দপ্‌দপীয়া বৰষুণ দিলে। বৰষুণ ইমান বেছি হ'ল যে ওচৰৰ এখন নৈ পাৰৰ ওপৰলৈকে ঢলেৰে ওপচি পৰিল। এনে অৱস্থাত মণিকাৰে নৈ পাৰ হ'ব নোৱাৰি নাৱৰীয়াক ক'লে, হেৰা নাৱৰীয়া, মোক নৈখন পাৰ কৰি দিয়া। নাৱৰীয়াই ক'লে, এই নৈখন দুয়োপাৰ ঢলেৰে ওপচি পৰিছে, এনে পৰিস্থিতিত মই কি সাধ্যে তোমাক নৈ পাৰ কৰি দিম? ভৰা স্ৰুতীৰ নৈ পাৰ হোৱাটো বুদ্ধিমান্ পুৰুষৰ কৰ্তব্য নহয়। শাস্ত্ৰত কৈছে: "মহানদী পাৰ হোৱা, মহৎলোকৰ লগত বিগ্ৰহ কৰা, মহাজনৰ লগত বিৰোধ কৰা এইবিলাক দূৰতে পৰিত্যাগ কৰা উচিত। তাৰোপৰি নাৰীসকলৰ চৰিত্ৰত, ভৰানদীৰ সোঁতত, ৰজাৰ আদৰত, বণিকৰ স্নেহত, কোনো কাৰণতেই তিলমানো বিশ্বাস কৰা উচিত নহয়। নদী, নখী, শৃঙ্গাল, অস্ত্ৰধাৰী, স্ত্ৰী আৰু ৰাজকুলক কেতিয়াও বিশ্বাস নকৰিব।" মণিকাৰে ক'লে, হেৰা নাৱৰীয়া, তুমি যিকথা কৈছা সেইটো ধ্ৰুব-সত্য। তথাপি মোৰ মহৎকাৰ্য্য আছে। সামান্য কাৰ্য্যতকৈ বিশেষ কাৰ্য্য বলবান—এইটো জনাজাত কথা, এনে কথা অগা পিছাকৈ হোৱা সঁচাকৈয়ে দেখা যায়। সেই কাৰণে নদী পাৰ হোৱাটো মোৰ কাৰণে সামান্য হ'লেও ৰাজকাৰ্য্য সমাধা কৰাত মোৰ কাৰণে ৰাজকাৰ্য্যই বলবান হৈছে। নাৱৰীয়াই ক'লে, ৰাজকাৰ্য্য যে মহৎ সেইটো মোক কোৱা। মণিকাৰে ক'লে, মই যদি দহোটা ৰত্ন লৈ ৰজাৰ ওচৰত আঠ দিনৰ ভিতৰত উপস্থিত হ'ব নোৱাৰোঁ তেতিয়াহলে ৰাজ-আজ্ঞা ভঙ্গ কৰাৰ কাৰণে ৰজাই মোক দণ্ড দিব। নাৱৰীয়াই ক'লে, যদি সেয়ে হয় দহোটা

বত্নৰপৰা মোক পাঁচোটা বত্ন দিলে মই তোমাক নদী পাৰ কৰি দিম।

নাৱৰীয়াৰ কথামতে মণিকাৰে তেওঁক পাঁচোটা বত্ন দি নদী পাৰ হৈ আহি বাকী পাঁচোটা বত্ন বজাক দিলেহি। ৰজাই ক'লে, হেৰা মণিকাৰ, তুমি দহোটাৰ ঠাইত পাঁচটা বত্ন কিয় আনিলা? বাকী পাঁচোটা বত্ন কি কৰিলা? মণিকাৰে বজাক ক'লে, মোৰ কথা শুনক। মই নগৰৰ পৰা বাহিৰ হৈ সদাগৰৰ লগত তেওঁলোকৰ নিবাস নগৰলৈ গ'লোঁ। তেওঁ মোক দহোটা বত্ন দিয়াৰ পাছত বাটত এজাক দপ্দপীয়া বৰষুণে পালে আৰু ধাৰাসাৰে বৰষুণ দি থকাত নদীৰ দুয়ো পাৰ ঢলেৰে ওপচি পৰিল। আঠ দিনৰ পিছত আপোনাৰ ওচৰত উপস্থিত হোৱাৰ আদেশ আছিল আৰু ময়ো সেই আজ্ঞা শিৰোধাৰ্য্য কৰি আপোনাৰ ওচৰত প্ৰতিজ্ঞা কৰিছিলোঁ। ভৰা-নদীৰ প্ৰবল সোঁতত কেনেকৈনো পাৰ হ'ম এনে ভাবি নাৱৰীয়াক পাঁচোটা বত্ন দি নদী পাৰ হৈ আঠদিনৰ মূৰত ঘূৰি নহাহেঁতেন আজ্ঞা ভঙ্গ কৰাৰ কাৰণে স্বামীৰ মনত দুঃখ হলহেঁতেন। শাস্ত্ৰত কৈছে: "ৰজাসকলৰ আজ্ঞা ভঙ্গ, ব্ৰাহ্মণসকলৰ মান খণ্ডন, নাৰীসকলৰ পৃথক শয্যা এইবিলাকক বিনা অস্ত্ৰই বধকৰা বুলি কোৱা হয়।" এনে বিচাৰ কৰি মই নাৱৰীয়াক পাঁচোটা বত্ন দিলোঁ। ৰজাই সেই কথা শুনি বাকী পাঁচোটা বত্ন মণিকাৰক দিলে। এই কথা কৈ পঞ্চম পুতলাই ভোজবাজক ক'লে, হে বজা, বিক্ৰমাদিত্য ৰজাৰ দৰে আপোনাৰ পৰম সদাচাৰ, গৌৰৱ, সৰলতা এই সকলো গুণ বিদ্যমান আছে তেতিয়াহলে এই সিংহাসনত আৰোহণ কৰক।

পঞ্চম উপাখ্যান সমাপ্ত

## ॥ ষষ্ঠ উপাখ্যান ॥

আকৌ আন এটা পুতলাই ক'লে, মহাৰাজ শুনক, বিক্ৰমাদিত্য ৰজাই শাসন কৰি থাকোতে এদিন চ'তমাহৰ বসন্ত-উৎসবৰ সময়ত ৰাজ অন্তঃপুৰৰ বিলাসিনী তিৰোতাসকলৰ সৈতে বিহাৰ কৰিবৰ উদ্দেশে ক্ৰীড়াকাননলৈ গমন কৰিলে। নানাবিধ গছলতাৰে সুশোভিত সেই বিহাৰ বনত ইন্দ্ৰনীল মণিৰ দ্বাৰা খচিত ইটাৰে সজা ওখ ভেটিত ৰমনীয় চন্দ্ৰকান্ত শিলেৰে তৈয়াৰী নানাবিধ ধূপ-ধুনাৰে সুগন্ধিত প্ৰাঙ্গনৰ মাজত বিহাৰ কৰিবৰ মনেৰে বস্ত্ৰ-পুষ্পাদিৰে সুশোভিত পদ্মিনী, চিত্ৰানী, শঙ্খিনী আৰু হস্তিনী এই চাৰিবিধ বনিতাৰ সৈতে বিহাৰ কৰিবলৈ ধৰিলে। সেই বিহাৰ বনৰ ওচৰতে এটা চণ্ডিকাৰ মন্দিৰ আছিল। তাত এজন ব্ৰহ্মচাৰীয়ে বাস কৰিছিল। তেওঁ তালৈ অহা দেখি নিজে নিজে ভাবিলে, মই তপস্যা কৰি মিছাতেই জীৱন ধাৰণ কৰিছোঁ। বিষয়সঙ্গ সুখৰ কথা মই সপোনতো ভবা নাই। কোৱা আছে বিষয় সমুদয় সুখ-দুঃখৰ নিমিত্তেই সৃজন হৈছে, এনে ধৰণৰ বিশ্বাস মূৰ্খইহে কৰে। কোন মানুহেনো বগা চাউল পৰিত্যাগ কৰি তুঁহ মিহলি খুদকণবিলাক গ্ৰহণ কৰে? সেই কাৰণে মহা কষ্ট কৰি হ'লেও সংসাৰত স্ত্ৰী সম্ভোগ কৰা কৰ্তব্য।

এই অসাৰ সংসাৰত ৰূপহী তিৰোতাবিলাকেই পূজনীয়া। তেওঁবিলাকৰ কাৰণেই ধন। তেওঁবিলাকক পৰিত্যাগ কৰিলে ধনেৰে কি কাম হ'ব? আৰু এই সংসাৰত লাৱণ্যৱতী তিৰোতা সকলেই সাৰবস্তু। ইয়াকে বিচাৰ কৰি সদাশিৱই পাৰ্বতীক নিজৰ অৰ্ধাঙ্গিনী কৰি লৈছে। বিক্ৰমাদিত্য ৰজা এই প্ৰসঙ্গতে ইয়ালৈ আগমন কৰিছে। তেখেতৰ ওচৰত পুৰস্কাৰ হিচাপে প্ৰাৰ্থনা কৰি মই এগৰাকী সুন্দৰী তিৰোতাক বিবাহ কৰি সংসাৰৰ সুখভোগ কৰিম। ব্ৰহ্মচাৰীয়ে ইয়াকে বিবেচনা কৰি বজাৰ ওচৰলৈ আহি ক'লে, "নগেন্দ্ৰ নন্দিনীৰ ৰতিৰ উৎসবৰূপ

পঞ্চাননৰ পঞ্চবদন, তেওঁৰ হাস্যৰস পানৰ কামনাত আচ্ছাদিত সুশোভন কৰ্ণভূষণৰ গন্ধলোভত ভ্ৰমণশীল ভ্ৰমৰৰ বিলাস সাধন পাৰ্বতীৰ কটাক্ষ দৃষ্টিয়ে আপোনাক ৰক্ষা কৰক।” এই বুলি ৰজাক আশীৰ্বাদ দিলে। তাৰ পিছত ৰজাই তেওঁক আসনত বহুৱাই ক'লে, হে ব্ৰাহ্মণ, আপুনি ক'ৰপৰা আহিছে ? তেওঁ ক'লে, মই জগদম্বাৰ সেৱা কৰি ইয়াত পঞ্চাশ বছৰ কটাইছোঁ। আজি ঢল-পুৱাতে মোৰ ইষ্ট দেৱতা আহি মোক ক'লে, হে ব্ৰাহ্মণ, তুমি ইমান দিন মোৰ সেৱাত পৰিশ্ৰান্ত হৈছা। মই তোমাৰ প্ৰতি প্ৰসন্ন হৈছোঁ। সেই কাৰণে এতিয়া পৰিশ্ৰম তুমি স্বীকাৰ কৰি পুত্ৰ উৎপাদন কৰা। তাৰ পিছত মোক্ষলাভৰ কাৰণে মনোনিবেশ কৰা, তাকে নকৰিলে তোমাৰ গতি নাই। শাস্ত্ৰত কৈছে ঃ “গাৰ্হস্থ্যাদি তিনি আশ্ৰম পৰিত্যাগ কৰি যি পুৰুষে মোক্ষলাভৰ কাৰণে মনোনিবেশ কৰে তেওঁৰ সেই কাৰ্য্যত মোক্ষলাভ নহয়, পৰন্তু তেওঁ অধঃপতিত হয়। প্ৰথমে ব্ৰহ্মচাৰী, তাৰ পিছত গৃহস্থী, তাৰ পিছত বাণপ্ৰস্থী হৈ প্ৰবজ্যা যোগ অৱলম্বন কৰিবা। এতিয়া যদি তুমি বিক্ৰমাদিত্য ৰজাৰ ওচৰত এই বিষয়ে প্ৰাৰ্থনা কৰা তেখেতে তোমাৰ মনোবাঞ্ছা পূৰণ কৰিব। দেৱীয়ে সপোনত মোক এইদৰে কৈছিল। সেই কাৰণেই মই আপোনাৰ ওচৰলৈ আহিছোঁ। এনে ধৰণৰ কপট বাক্যেৰে ৰজাক কোৱাৰ পিছত বিক্ৰমাদিত্যই মনে মনে ভাবিলে, এই মানুহজনে মিছা কথা কৈছে। সি যি কি নহওক। এওঁ যেতিয়া যাচক হৈ আহিছে তেন্তিয়াহলে এওঁৰ মনোবাঞ্ছা পূৰণ কৰা একান্ত কৰ্তব্য। কোৱা আছে ৰজাই দুখীয়াক দান কৰি শূন্য লিঙ্গৰ পূজা কৰি সদায় শৰণাগত সকলক প্ৰতিপাল কৰি অশ্বমেধৰ ফল লাভ কৰে। ইয়াকে বিচাৰ কৰি তাত এখন নগৰ পাতি ব্ৰহ্মচাৰীক অভিষেক কৰি, তেওঁক এশগৰাকী বিলাসিনী ৰমণী, পঞ্চাশটা হাতি, পাঁচশ চতুৰঙ্গ সেনা আৰু চাৰি হেজাৰ সৈন্য দান দি সেইনগৰৰ নাম চণ্ডিকাপুৰ ৰাখিলে।

এইদৰে ব্ৰহ্মচাৰীৰ মনোবাঞ্ছা পূৰণ কৰি ৰজা নগৰলৈ উভটি গ'ল। ইয়াকে কৈ পুতলাই ভোজৰাজক ক'লে, হে ৰজা, আপোনাৰ যদি বিক্ৰমাদিত্যৰ দৰে উদাৰতা গুণ আছে তেতিয়াহলে আপুনি এই সিংহাসনত উপবেশন কৰক।

ষষ্ঠ উপাখ্যান সমাপ্ত



## ॥ সপ্তম উপাখ্যান ॥

পুনৰায় আন এটা পুতলাই ভোজৰাজক বিক্ৰমাদিত্যৰ গুণ বৰ্ণনা কৰিবলৈ আৰম্ভ কৰিলে। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত সকলো প্ৰজা সুখেৰে বাস কৰিছিল। প্ৰজা সকলৰ মাজত দুৰ্জন মানুহ নাছিল। সকলোৰেই সদাচাৰ প্ৰিয় ; ব্ৰাহ্মণসকল বেদ অধ্যয়ন, স্বধৰ্মৰ আচৰণ আৰু যজন-যাজনাদি সৎকৰ্মবিলাকত নিৰত আছিল। সকলো বৰ্ণৰ প্ৰজাৰ সিদ্ধি আৰু যশত অভিৰুচি, পৰোপকাৰত উদ্যমতা, অসত্যত অপ্ৰণয়, লোভত দ্বেষ, পৰৰ অপবাদত অনাদৰ, পৰমেশ্বৰত ভক্তি, দেহত নিৰ্মমতা, জীৱৰ প্ৰতি দয়াৰ অনুৰাগ, নিত্য আৰু অনিত্য বস্তুৰ বিচাৰ, পৰলোক বিষয়ত বুদ্ধি, বাক্য প্ৰতিপালনত দৃঢ়তা, হৃদয়ত উদাৰতা গুণ এই সকলোখিনি বিদ্যমান আছিল। এইদৰেই প্ৰজাসকলে সদ্-বাসনাশ্ৰিত কামনা আৰু পবিত্ৰ অন্তঃকৰণেৰে বাস কৰিছিল। কাৰো কোনো অভাব নাছিল। ৰজাৰ নগৰত ধনদ নামেৰে কোনো এজন বণিক আছিল। তেওঁৰ অপৰিমিত সম্পত্তি। যেয়ে যিহকে খোজে তেওঁৰ ঘৰত অবিলম্বে পোৱা যায়। এনে অসীম সম্পত্তিৰ আশ্ৰয়ৰ প্ৰতি তেওঁৰ হৃদয়ত সকলো বস্তুৰ প্ৰতি বিৰাগ ভাব উপজিল। তেওঁ ভাবিলে, এইখন অসাৰ সংসাৰ সুদুৰ্লভ বস্তুবিলাকো অনিত্য। এই বিলাকৰ কোনো মূল্য নাই। তিৰোতা সকলৰ লগত সংসৰ্গ আকাশনগৰ তুল্য, ধন আৰু যৌৱন কচুপাতৰ পানীৰ নিচিনা ক্ষণস্থায়ী, আপোন পুত্ৰ শৰীৰাদি বিজুলীৰ দৰে চঞ্চল। এই সকলো কাৰ্য্যই ক্ষন্তেকীয়া। শাস্ত্ৰত কৈছে ঃ “আশ্ৰয় বা অনাশ্ৰয় বান্ধৱসকল

সংসাৰ বন্ধনৰ মূল আৰু আশ্ৰয়ো আপদ গ্ৰহণৰ দ্বাৰস্বৰূপ ; তাৰোপৰি বিকলমতি পুত্ৰসকল, এই সকলোবিলাক কৰ্মপাশ স্বৰূপ, এই সকলোবিলাক পৰিত্যাগ কৰি নিৰ্মল ধৰ্ম পালন কৰিব লাগে।" সংসাৰী মানুহৰ ধৰ্মই সাৰ আৰু পৰম আশ্ৰয়স্থান। এইটো জনাজাত কথা। ধৰ্মক মানুহে ৰক্ষা কৰিলে ধৰ্মই আকৌ সেই প্ৰাণীক ৰক্ষা কৰে, ধৰ্ম নাশ কৰিলে ধৰ্মই তেওঁক বিনাশ কৰে। সেই কাৰণে মানুহে ধৰ্মভ্ৰষ্ট নহৈ আপোনাৰ ধৰ্ম ৰক্ষা কৰি ধৰ্মপৰায়ণ হোৱা উচিত ; যেহেতু ধৰ্মই সকলো-সময়তে সংসাৰী সকলক ৰক্ষা কৰে। যোগীসকলে যিটো ধ্যান কৰে, ধৰ্মই মানুহবিলাকক সেই সম্পত্তি দান কৰে। অতএৱ ধৰ্মৰ সমান বন্ধু নাই। ধৰ্মই স্বৰ্গৰিপৰা সাৰসুখ প্ৰদান কৰে। ধৰ্মই মানুহৰ চিৰস্থায়ী মৰম-চেনেহৰ বান্ধোনত সহায় কৰে। ধৰ্ম নিৰন্তৰ স্বৰ্গৰ সুখৰ জলপাত্ৰ। অধিক কি, ধৰ্মই মুক্তিৰূপ বনিতাৰ সম্ভোগ ভোগত দেহ সম্পাদন কৰি মানুহবিলাকক অৰ্পণ কৰে। অতএৱ ধৰ্মসংগ্ৰহৰ নিমিত্তে উপাৰ্জিত দ্ৰব্য সৎপাত্ৰত দান কৰিলে বহুত পুণ্য হয়। শাস্ত্ৰত কৈছে : "পাত্ৰ বিশেষত দান কৰিলে সেই দাতাৰ ধন মেঘৰ পানী সমুদ্ৰত পৰিলে যেনেকৈ মুকুতা হয়, সেইদৰে ধৰ্ম ও গুণান্তৰ হৈ শ্ৰেষ্ঠতা লাভ কৰে। বৰগছৰ গুটি সুক্ষেত্ৰত অলপমান পৰিলেও বহুত হয়।" ঠিক সেইদৰে ধন সুপাত্ৰত পৰিলে বহুত বিস্তাৰ হয়। এইদৰে গুণাগঁথা কৰি বেদজ্ঞ ব্ৰাহ্মণ সকলক নিমন্ত্ৰণ কৰি তেখেত সকলৰ পৰামৰ্শমতে হেমাদ্ৰি নামৰ স্মৃতি শাস্ত্ৰমতে দানখণ্ডৰ গোদান, কন্যাদান, ভূমিদান, জলদান আদি সৎপাত্ৰত অৰ্পণ কৰিলে। তাৰ পিছত তেওঁ পবিত্ৰ মনেৰে ভাবিলে, "মই যিবিলাক ব্ৰতাদিৰ অনুস্থান কৰিলোঁ দ্বাৰাৱতীলৈ গৈ শ্ৰীকৃষ্ণক দৰ্শন নকৰিলে কোনো সুফল নহ'ব। ইয়াকে সাৰোগত কৰি তেওঁ দ্বাৰাৱতী নগৰলৈ গ'ল। তাৰ পিছত তেওঁ সাগৰৰ পাৰলৈ গৈ নাৱৰীয়াক মাতি আনি তেওঁক বহুত দ্ৰব্যাদি দান দি ভিক্ষাৰী, যোগী দীন-দুঃখীয়াবিলাকক ধৰ্মগোষ্ঠী বিচৰণ পূৰ্বক প্ৰিয় সম্ভাষণ কৰি নাৱেৰে ঘাওঁতে যাওঁতে সাগৰৰ মাজত এটা সৰু পৰ্বত দেখিলে। পৰ্বতত এখন



দেবালয় আছিল। তেওঁ দেবালয়লৈ গৈ দেৱীক ষোড়শোপচাৰে অৰ্চনা কৰি যেতিয়া বাওঁফালে চালে তেতিয়া মূৰকটা এগৰাকী তিৰোতা আৰু এজন মানুহ দেখা পালে। তাত তেওঁ দেখিবলৈ পালে যে মূৰকটা স্ত্ৰী আৰু পুৰুষৰ আগত থকা ফলিত লিখা আছে—"যেই কোনো মহাপুৰুষ ধৈৰ্য্যশীল আৰু পৰোপকাৰী মানুহে নিজৰ কণ্ঠৰ তেজ দান দি ভুবনেশ্বৰীক অৰ্চন কৰিব পাৰিব তেতিয়াই মূৰবিহীন উভয় স্ত্ৰী-পুৰুষে পুনৰ জীৱন লাভ কৰিব।" সেইফলিত লিখা কথা পাঠ কৰি ধনদ সদাগৰ আচৰিত হ'ল। তেওঁ পুনৰায় নাৱত উঠি দ্বাৰাৱতী নগৰলৈ গৈ কৃষ্ণক দৰ্শন কৰি কীৰ্তন কৰিলে—"শ্ৰীকৃষ্ণক এবাৰ প্ৰণাম কৰিলে দশ অশ্বমেধ কৰাৰ ফল লাভ হয় ; পৰন্তু শ্ৰীকৃষ্ণক প্ৰণাম কৰা লোকে পুনৰ জন্মগ্ৰহণ কৰিব নালাগে।" এইদৰে স্তৱ পাঠ কৰি শ্ৰীকৃষ্ণক ষোড়শোপচাৰে অৰ্চনা কৰাৰ পিছত নিজ নগৰলৈ উভটি গ'ল।

নগৰৰ বন্ধু-বান্ধৱক শ্ৰীকৃষ্ণৰ প্ৰসাদেৰে সন্তোষিত কৰাৰ পিছত তেওঁ এটা অপূৰ্ব বস্তু লৈ ৰজাক দেখা কৰিবলৈ গ'ল। শাস্ত্ৰত কৈছে যে সুদা হাতে দেৱতা, ৰজা আৰু গুৰুক দৰ্শন নকৰিব। বিশেষকৈ কোনো নিমিত্তবশতঃ অহা মানুহক ফল প্ৰদান কৰি সম্ভাষণ কৰিব। যেহেতু ফলৰপৰাই ফল পোৱা যায়। তাৰোপৰি প্ৰিয়তমা ভাৰ্য্যা, প্ৰিয়মিত্ৰ, কণ-কণ ল'ৰা-ছোৱালী, নিমিত্তাগত পুৰুষক সুদা হাতে দেখা নকৰিব। অতএৱ ৰজাৰ হাতত কৃষ্ণপ্ৰসাদ আৰু উপঢৌকন দি উপবেশন কৰিলে। ইয়াৰ পিছত ৰজাই ধনদৰ মঙ্গলযাত্ৰাৰ বাতৰি শোধপোছ কৰি তেওঁ কোনো অপূৰ্ব বস্তুৰ বৃত্তান্তৰ কথা সুধিলে। ৰজাৰ কথা শুনি ধনদে সাগৰৰ মাজত ভুবনেশ্বৰী দেবালয়ৰ বৃত্তান্ত বৰ্ণনা কৰিলে। এনে ধৰণৰ নোহোৱা নোপজা ঘটনাৰ কথা শুনি ৰজাও আচৰিত হৈ ধনদৰ লগত ভুবনেশ্বৰীৰ দেবালয়লৈ গৈ বাওঁফালে পৰি থকা স্ত্ৰী-পুৰুষৰ দুটা কটামূৰ দেখিলে। তাৰ পিছত ৰজাই মনে মনে চিন্তা কৰি নিজৰ কণ্ঠত তৰোৱালেৰে ঘাপ মাৰিব খোজোতেই দেৱীয়ে ৰজাৰ তৰোৱালখন আকৰ্ষণ কৰি ক'লে, হে ৰজা, মই তোমাৰ প্ৰতি

প্ৰসন্ন হৈছোঁ। তুমি মোৰ বৰ গ্ৰহণ কৰা। তেতিয়া ৰজাই ক'লে, হে ভগৱতী, তুমি যদি মোৰ প্ৰতি প্ৰসন্ন হৈছা তেতিয়াহলে এই স্ত্ৰী-পুৰুষ উভয়কে ৰাজ্য প্ৰদান কৰা। তেতিয়া দেৱীয়ে সেই উভয় স্ত্ৰী-পুৰুষক ৰাজ্য প্ৰদান কৰিলে। ৰজা নিজ নগৰলৈ উলটি গ'ল। পুতলাই এইদৰে কৈ ভোজৰাজক ক'লে, হে ৰজা, আপোনাৰ যদি এনে পৰোপকাৰ শক্তি আছে তেতিয়াহলে এই সিংহাসনত উপবেশন কৰক।

সপ্তম উপাখ্যান সমাপ্ত

## ॥ অষ্টম উপাখ্যান ॥

ইয়াৰ পিছত আকৌ আন এটা পুতলাই ক'লে, হে ৰজা, শুনক, বিক্ৰমাদিত্য ৰজাই ভূমণ্ডলত প্ৰসিদ্ধ আৰু নানা ৰকম সদাচাৰ, সৰলতা আদি গুণৰ দ্বাৰাই পৰিপূৰ্ণ হৈ চোৰাংচোৰা বিলাকৰ পৰা নানা কৌতুক বিষয়ৰ কথা জানিছিল। প্ৰবাদ আছে যে, গৰু বিলাক গোন্ধৰ দ্বাৰা, ব্ৰাহ্মণ সকলক বেদৰ দ্বাৰা, ৰজা সকলে চোৰাংচোৰাৰ দ্বাৰা, আৰু সাধাৰণ চকুৰ দ্বাৰা দৰ্শন কৰে। হে ৰজা, যিজন ৰজা হয়, সকলো লোকৰ অৱস্থিতি, মনোভাব বুজি প্ৰজাসকলক সমভাৱে পালন কৰা। দুষ্টবিলাকৰ দণ্ড বিধান আৰু ন্যায় অনুসাৰে ধন উপাৰ্জন, অভিলাষী সকলৰ প্ৰতি সমভাব প্ৰদৰ্শন আৰু পঞ্চ-মহাযজ্ঞ সম্পাদন কৰা তেখেতৰ প্ৰধান কৰ্তব্য।

দুষ্টৰ দমন, সুজনৰ পূজা, সৎপথেৰে ধন-ভঁৰাল চহকী কৰা, প্ৰাৰ্থী সকলৰ প্ৰতি অপক্ষপাতিতা, ৰাজ্যৰক্ষা আৰ পঞ্চযজ্ঞ সম্পাদন কৰা ৰজাৰ কৰ্তব্য। তথা ৰজাৰ দেৱ-কাৰ্য্যই বা কি; শত্ৰুৰ লগত বিবাদেই বা কি? জপ হোম যজ্ঞই বা কি? ৰজাই কেৱল এটা কথা বিশেষকৈ চাব লাগে যাতে তেওঁৰ ৰাজ্যত কোনো ৰকমেই অশ্ৰুপাত নহয়।

এইদৰে ৰজা বিক্ৰমাদিত্যই ৰাজ্য শাসন কৰি থাকোতে এদিন



চোৰাংচোৰাবিলাক ভূমণ্ডল ভ্ৰমণ কৰি আহি ৰজাৰ ওচৰত উপস্থিত হ'ল। ৰজাই তেওঁলোকক সোধ-পোছ কৰাৰ পিছত তেওঁলোকে ক'লে, হে মহাৰাজ কাশ্মীৰ দেশত এজন ধনবান বণিক আছে। তেঁও পাঁচ-ক্ৰোশ আহল-বহল ঠাইত এটা পুখুৰী খনাই তাৰ মাজত জলশায়ী লক্ষ্মীনাৰায়ণৰ এখন শয়নস্থান নিৰ্মাণ কৰাইছে; কিন্তু সেই বৰপুখুৰীত আজিলৈকে এটোপা পানীও ওলোৱা নাই। পুনৰায় সদাগৰে পানী ওলাবৰ কাৰণে নাৰায়ণৰ উদ্দেশে ব্ৰাহ্মণৰ দ্বাৰাই পূজা, হোম অভিষেক আদি কৰাটো পুখুৰীৰ পানী নোলাল। তাৰ পিছত অত্যন্ত দুঃখীত হৈ বণিকে পুখুৰীৰ পাৰত বহি প্ৰতিদিনে হুমুনিয়াহ কাঢ়ি কাঢ়ি ক'লে, "হায়! হায়! কোন উপায়েনো পানী ওলাব? মোৰ সকলো পৰিশ্ৰম অথলে গ'ল।"

এদিন এইদৰে বণিক পুখুৰীৰ পাৰত আমন জিমনকৈ হুমুনিয়া, কাঢ়ি পুখুৰীৰ পাৰত বহি আছে। এনে সময়তে হঠাৎ আকাশবাণী হ'ল, "হেৰা বণিক, তুমি কি কাৰণে পুখুৰীৰ পাৰত হুমুনিয়াহ কাঢ়ি বহি আছা?

বত্ৰিশগুণ লক্ষণ থকা পুৰুষৰ কণ্ঠৰ তেজেৰে যেতিয়া এই পুখুৰী অভিষিক্ত হ'ব তেতিয়াই এই পুখুৰীত পানী উপচি পৰিব। নহলে পানী কেতিয়াও নোলাই। তাকে শুনি সদাগৰে পুখুৰীৰ তলিত এটা ডাঙৰ অন্নদানশালা প্ৰতিস্থা কৰিলে। সেই অন্নসত্ৰলৈ সকলো স্বদেশী আহিল। তাত থকা বণিকৰ তলতীয়া কৰ্মচাৰীসকলে সমাগত অতিথিসকলক সইমুখে ক'লে, "যেই কোনো মানুহে নিজৰ কণ্ঠৰ তেজেৰে এই পুখুৰীটো অভিষিক্ত কৰিব পাৰিব তেঁওক এশভাৰ সোণৰ মোহৰ উপাহৰ দিয়া হ'ব।" অতিথিসকলৰ সকলোৱেই সেই কথা কাণপাতি শুনিলে হয়। কিন্তু কোনেও সাহস কৰি সেই কাম কৰিবলৈ আগবাঢ়ি আহিব নোৱাৰিলে। আমালোকে এনে মহৎকাৰ্য্য দেখি আহিছোঁ।

ইতিমধ্যে ৰজা বিক্ৰমাদিত্যই তেঁওলোকৰ আদ্যোপান্ত কথা শুনি

নিজে জলাশয়ৰ ওচৰলৈ গ'ল। তেঁও জলাশয়ত প্ৰতিস্থা কৰা বিষ্ণুৰ অতি মনোহৰ প্ৰাসাদ আৰু ডাঙৰ পুখুৰীটো দেখি আচৰিত হৈ মনে মনে ভাবিলে, "মই এই পুখুৰীটো নিজৰ কণ্ঠৰ তেজেৰে অভিষিক্ত কৰিম। তেতিয়াহলে এই পুখুৰীটো পানীৰে ভৰপূৰ হ'ব। সেয়ে হ'লে সকলোৰে উপকাৰ হ'ব। মোৰ শৰীৰ হয়টো এশ বছৰলৈকে ঘাঁচি থাকিব। তাৰ পিছত এই শৰীৰ নাশ হ'ব। অতএব এই শৰীৰৰ কাৰণে মোহ কৰা মহাপুৰুষসকলৰ কৰ্তব্য নহয়। পৰোপকাৰৰ কাৰণে নিজৰ শৰীৰ প্ৰদান কৰাটো একান্ত কৰ্তব্য।"

শাস্ত্ৰত কৈছে ঃ "এশ বছৰলৈকে জীৱন ধাৰণ কৰি শয্যাত শুই থাকিলেও এই শৰীৰ নিশ্চয় বিনাশ হ'ব। শৰীৰত বিপদ সদায় সুলভ। অতএব য'ত সকলো লোক নিন্দনীয় হয় এনে দেহৰ প্ৰতি মমতা থাকিব নাগালে। যি সকলে শৰীৰত মমতা নকৰে তেঁওৱেই অলোকিক পুৰুষ, ইয়াত কোনো সন্দেহ নাই। দেহী সকলৰ শৰীৰ সদায় ৰোগাক্ৰান্ত, শোকৰ ঘৰ আৰু সৰ্বদায় পতনমুখী। স্বাৰ্থৰ কাৰণে যি শৰীৰ নষ্ট কৰা হয় জন্মৰ প্ৰতি বিৰক্ত হৈ পুণ্যকাৰ্য্য কৰিলে তাৰ দ্বাৰাই এই শৰীৰৰ ফল পোৱা যায়। ইয়াকে সাৰোগত কৰি সমুখৰ প্ৰাসাদত থকা জলশায়ী নাৰায়ণক পূজা আৰু প্ৰণাম কৰি ক'লে, "হে জলদেৱতা, আপুনি বত্ৰিশগুণ থকা লক্ষণযুক্ত পুৰুষৰ কণ্ঠৰ তেজ বাসনা কৰিছে। তেতিয়াহলে মোৰ কণ্ঠৰ তেজৰ দ্বাৰা পৰিতুষ্ট হৈ পানীৰে পৰিপূৰ্ণ কৰক।" এই বুলি যেতিয়া ৰজা বিক্ৰমাদিত্যইকণ্ঠত তৰোৱালেৰে থাপ মাৰিব খুজিলে তেতিয়া জলদেৱীয়ে তৰোৱালখন ধৰি ক'লে, "হে বীৰ পুৰুষ, মই তোমাৰ প্ৰতি প্ৰসন্ন হৈছোঁ, তুমি মোৰ বৰ গ্ৰহণ কৰা।" ৰজাই ক'লে, "দেৱী, যদি মোৰ প্ৰতি সন্তোষিত হৈছে তেতিয়াহলে এই বৰ পুখুৰীটো পানীৰে ওপচায় পেলাওক।" দেৱীয়ে পুনৰায় ক'লে, "হে ৰজা, আপুনি ইয়াৰপৰা সোনকালে আঁতৰি গৈ যেতিয়া দূৰৰপৰা ঘূৰি চাব তেতিয়াই এই পুখুৰীটো পানীৰে পৰিপূৰ্ণ হ'ব।" ৰজাই সেইকথা শুনি যেতিয়া পুখুৰীৰ পাৰলৈ উঠি আঁতৰি



আহি দূৰৰপৰা ঘূৰি চালে তেতিয়াই পুখুৰীটো পানীৰে ভৰপূৰ হ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে উদাৰতা স্বত্বসাবাদি গুণবিলাক বিদ্যমান আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ বহি থাকিল।

অষ্টম উপাখ্যান সমাপ্ত

## ॥ নৱম উপাখ্যান ॥

আকৌ আন এটা পুতলাই ক'লে, ৰজা শুনক, বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত ভট্টিমন্ত্ৰী, গোবিন্দ উপমন্ত্ৰী, চন্দ্ৰশেখৰ সেনাপতি আৰু ত্ৰিবিক্ৰম নামৰ এজন পুৰুহিত আছিল। পুৰুহিতৰ পুত্ৰ কমলাকৰ। তেওঁ বাপেকৰ উপাৰ্জনত সাজ পাৰ পিন্ধি ঘিউ ভাত খায় সকলোখিনি লাভ কৰি বিষয় সুখৰ আশা কৰি ঘৰত এনেয়ে বহি থাকে। এদিন বাপেকে ক'লে, কমলাকৰ, তুমি ব্ৰাহ্মণ কুলত জন্মগ্ৰহণ কৰি এইদৰে কিয় নিজ ইচ্ছামতে ঘৰৰ কোনো কাম-বন নকৰাকৈ টলৌ-টলৌ ঘূৰিফুৰি কাল কটাইছা? এই আত্মাই শতজন্ম লাভ কৰি নানা যোনিত জন্মগ্ৰহণ কৰে। মহাপুণ্যৰ ফলতহে ব্ৰাহ্মণ কুলত জন্মলাভ হয়। এনেহেন ব্ৰাহ্মণ কুলত জন্মগ্ৰহণ কৰি তুমি চৰিত্ৰহীন হৈছা। তুমি ঘৰত তিলমানো নাথাকা। কেৱল বাহিৰে, বাহিৰে উলৌ-টলৌকৈ ঘূৰিফুৰি ভাতখাবৰ সময়তহে ঘৰ সোমোৱালি। এইটো তোমাৰ অনুচিত কাৰ্য্য হৈছে। তোমাৰ এতিয়াও জ্ঞান হোৱা নাই যে এইটো তোমাৰ বিদ্যাধন উপাৰ্জনৰ সময়। এতিয়া যদি তুমি বিদ্যালাভ নকৰা ভৱিষ্যত কালত তুমি অশেষ কষ্ট পাবা। তুমি জনা উচিত যে যি ল'ৰাই ল'ৰাকালত বিদ্যাশিক্ষা নকৰি যৌবন কালত কামাতুৰ হৈ চৰিত্ৰহীন হয় সি বুঢ়াকালত জাৰকালি বস্ত্ৰহীন

হৈ জাৰত কপাৰদৰে অশেষ কষ্ট ভোগ কৰে। যি লোকৰ বিদ্যা নাই, তপস্যা নাই, সংচৰিত্র নাই, গুণ নাই, ধৰ্ম নাই তেওঁলোক পৃথিৱীৰ ভিতৰত অকামিলা হৈ পশুৰদৰে বিচৰণ কৰি ফুৰে। এই সংসাৰত পুৰুষ সকলৰ বিদ্যাৰ সমান ধন নাই, বিদ্যা মানুহৰ উজ্জল ৰত্ন আৰু গোপনধন। বিদ্যা যশদায়ক, সুখদায়ক, বিদ্যা গুৰুজনৰ গুৰু, বিদ্যা বিদেশৰ বন্ধু, বিদ্যাই পৰম দেৱতা, বিদ্যা ৰজাসকলৰ পূজনীয়া, বিদ্যাৰ সমান ধন নাই। বিদ্যাহীন মানুহ পশুৰ তুল্য। বিদ্যাৱন্ত লোক বলহীন হ'লেও তেঁওক দেৱতাই পূজা কৰে। পুত্র মোৰ, জীৱিত-কালত তুমি বিদ্যালাভ কৰিবলৈ যত্ন কৰা। বিদ্যালাভেই তোমাৰ ধন। সেই বিদ্যাই তোমাৰ বন্ধুত্বৰ কাৰ্য্য কৰিব। শাস্ত্রত কৈছেঃ "বিদ্যাই মাকৰদৰে ৰক্ষা কৰে, পিতাকৰদৰে হিতকাৰ্য্যত নিযুক্ত কৰে, ভাৰ্য্যাৰদৰে দুঃখ দূৰ কৰি মনত আনন্দ দিয়ে, চাৰিওফালে কীৰ্তি ঘোষণা কৰি অৰ্থলাভ কৰাই ইত্যাদি সকলো বিষয়ত কল্পলতাৰ দৰে ধনেনো কি কাৰ্য্য সাধন নকৰে?" পিতাকৰ এনে সংউপদেশ শুনি কমলাকৰে মনত অত্যন্ত কষ্ট পায়, মনে মনে ভীষণ প্রতিজ্ঞা কৰিলে, "মই বিদ্যাৱন্ত হোৱাৰ পিচতহে পিতাদেৱৰ আগত দেখা দিম।" ইয়াকে সাৰোগত কৰি কমলাকৰ কাশ্মীৰৰ পণ্ডিত চন্দ্রমৌলি ভট্টাচাৰ্য্যৰ ওচৰলৈ গৈ অষ্টাঙ্গ-প্রণাম কৰি ক'লে, "মহোদয়, মই এটা অজমূৰ্খ। আপোনাৰ নাম শুনি বিদ্যালাভৰ কাৰণে আপোনাৰ ওচৰত শৰণাপন্ন হৈছোঁ বুলি আকৌ প্রণাম কৰি দিনে ৰাতিয়ে তেখেতক কায়মনোবাক্যে শুশ্রূষা কৰিবলৈ ধৰিলে। শাস্ত্রত কৈছেঃ "গুৰুৰ শুশ্রূষা, প্রচুৰ ধন, অথবা বিদ্যাৰ দ্বাৰাই বিদ্যালাভ হয়, ইয়াৰ আৰু চতুৰ্থ উপায় নাই।"

এইদৰে গুৰুৰ শুশ্রূষা কৰোঁতে কৰোঁতে কমলাকান্তৰ বহুত দিন গ'ল। এদিন উপাধ্যায়ে তেওঁক সিদ্ধসাৰস্বত মন্ত্রৰ উপদেশ দিলে। সেই উপদেশৰ মন্ত্রৰ দ্বাৰাই কমলাকৰ এজন বিদ্যাৱন্ত লোক হ'ল। তেওঁ গুৰুৰ আজ্ঞা গ্রহণ কৰি নিজৰ নগৰলৈ উভতি আহিল।



তেঁও কাশ্মীৰৰপৰা আহি কাশী পায়েহি। সেই সময়ত নৰেন্দ্রসেন ৰজাই তাত ৰাজত্ব কৰিছিল।

সেই নগৰত নৰমোহিনী নামৰ এগৰাকী ৰূপহী তিৰোতা আছিল। তেওঁ ইমান সুন্দৰী আছিল যে কোনো মানুহে তেওঁক দেখা কৰাৰ লগে লগেই কামজ্বৰত পীড়িত হয় আৰু লগে লগে পাগল হয়। যদি কোনো লোকে তেওঁৰ লগত সম্ভোগৰ কাৰণে শোৱে বিন্ধ্যাচল পৰ্বতত বাস কৰা এটা ৰাক্ষস আহি তেওঁৰ তেজ পি খায়হি আৰু লগে লগে তেওঁৰ মৃত্যু হয়। কমলাকৰে এনে ধৰণৰ কৌতুক দেখি নিজৰ ঘৰলৈ গ'ল। বহুত দিনৰ মূৰত বা বাপেক-মাকে পুতেকক ঘৰত পায় অতিশয় আনন্দ পালে। পিছদিনা তেওঁ নিজে পিতাকৰ লগত ৰাজভৱনলৈ গৈ ৰজাক আশীৰ্বাদ দি ৰাজসভাত নিজৰ বিদ্যালাভৰ পৰিচয় দিলে। তাৰ পিছত ৰজাই কমলাকৰক বস্ত্রাদিৰ দ্বাৰাই সম্মানিত কৰি সুধিলে, "হেৰা কমলাকৰ, তুমি বিদেশ ভ্রমণ কৰি কিবা আশ্চৰ্য্য দেখিলা নে?" কমলাকৰে ক'লে, "মহাৰাজ, যি দেশত মই ভ্রমণ কৰিবলৈ গৈছিলোঁ তাত মই বিশেষ কৌতুকপূৰ্ণ বস্তু একো নেদেখিলোঁ, কিন্তু ঘূৰি আহোতে মই কাশীত এক অপূৰ্ব কৌতুক দেখিলোঁ।" ৰজাই ক'লে, কি কৌতুক দেখিলা বৰ্ণনা কৰা। কমালাকৰে ক'লে, কাশীনগৰত নৰমোহিনী নামৰ এগৰাকী ৰমণী আছে। যি তেওঁক দেখে তেওঁ উন্মাদ হয়, যি তেওঁৰ লগত শোৱে নৰমোহিনীৰ ৰূপত মোহিত হৈ বিন্ধ্যাচলবাসী কোনোবা এটা ৰাক্ষস আহি তেওঁৰ তেজ পি খায় আৰু তেতিয়াই তেওঁৰ মৃত্যু হয়। মই এনে ধৰণৰ কৌতূহলপূৰ্ণ ঘটনা দেখিলোঁ। তাৰ পিছত বিক্রমাদিত্যই ক'লে, কমলাকান্ত, তুমি মোৰ লগত আহা, আমি দুয়ো তালৈ যাওঁ। ৰজাই ইহাকে সিদ্ধান্ত কৰি কমলাকান্তৰ লগত কাশী নগৰলৈ গৈ নৰমোহিনীৰ ৰূপত মোহিত হৈ তেওঁৰ ঘৰতে আলহি হ'ল।

নৰমোহিনী যে ৰজাক হাত-ভৰি ধুবলৈ পানী তেল সুগন্ধি দ্রব্য আৰু পুষ্পাদিৰে শুশ্রূষা কৰি ৰজাক যথাযোগ্য আসনত বহুৱাই ক'লে,

"হে মহাৰাজ, আজি মই বৰ ভাগ্যৱতী বুলি ভাবিছোঁ। আজি দুখনীৰ ঘৰত আপোনাৰ পদধূলি পেলাই মোৰ ঘৰখন পবিত্ৰ কৰিলে। বহুকালৰ পাছত আপোনাৰ শ্ৰীচৰণৰ স্পৰ্শত ঘৰখন শুচি হ'ল। হে প্ৰভু, আপুনি মোৰ অতিথি। আজি মোৰ ঘৰত ভোজন কৰক।" ৰজাই ক'লে, "মই এইমাত্ৰ ভোজন কৰি আহিছোঁ, এতিয়া মই একো নাখাওঁ।" তেতিয়া নৱমোহিনীয়ে ৰজাক তামোল খাবলৈ দিলে। ক্ৰমান্বয়ে ৰাতিৰ এক প্ৰহৰ গ'ল। নৱমোহিনীৰ টোপনি গ'ল। ঠিক ৰাতি দুই প্ৰহৰৰ সময়ত ৰাক্ষস আহি উপস্থিত হ'ল। ৰজাই ৰাক্ষসৰ ভৰিৰ শব্দ শুনি পিছত থাকিল আৰু যেতিয়া ৰাক্ষস আহিল তেতিয়া নৱমোহিনীৰ শোৱা কোঠাৰ চাকিবিলাক উজ্জ্বল কৈ জ্বলি উঠিল। ৰাক্ষসে নৱমোহিনীক অকলে শুই থকা দেখিলে। তাত কাকো নেদেখি ৰাক্ষস বাহিৰলৈ আহোতে ৰজাই ছেগ চাই অতৰ্কিতে ৰাক্ষসক বধ কৰি পেলালে। বাহিৰত কোলাহল শুনি নৱমোহিনী শয্যা পৰিত্যাগ কৰি আহি দেখিলে ৰাক্ষসৰ মৰা শৰীৰ।

নৱমোহিনীয়ে ৰজাক সবিনয়ে ক'লে, "হে মহাৰাজ, মই আপোনাৰ প্ৰাসাদত আজিৰপৰা নিৰ্ভয় হ'লোঁ আৰু ৰাক্ষসৰ উৎপাতৰ পৰা ৰক্ষা পৰিলোঁ। মই আপোনাৰ উপকাৰৰপৰা কেনেকৈ উদ্ধাৰ হ'ম? অতএব মই আপোনাৰ অনুসৰণ কৰিম। আপুনি মোক যি আদেশ কৰিব মই তাকে কৰিম।" ৰজাই ক'লে, "তুমি যদি মোৰ আদেশ পালন কৰিব খুজিছা তেতিয়াহ'লে এই কমলাকান্তক পতি ভজন কৰা।" নৱমোহিনীয়ে ৰজাৰ আদেশ পালন কৰি কমলাকান্তক স্বামীত্বে বৰণ কৰিলে। ৰজা উজ্জয়িনীলৈ উভতি গ'ল।

এই কথা কৈ পুতলাই ৰজাক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে ধৈৰ্য্যগুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মনে মনে বহি থাকিল।

নৱম উপাখ্যান সমাপ্ত

## ॥ দশম উপাখ্যান ॥

ভোজৰাজক আকৌ আন এটা পুতলাই ক'লে, হে মহাৰাজ শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বকালত কোনো এজন যোগী উজ্জয়িনী নগৰলৈ আহিছিল। তেখেত বেদ, বৈদ্য-শাস্ত্ৰ, জ্যোতিষ গণিত, সঙ্গীতাদি শাস্ত্ৰ আৰু কলা-বিদ্যাত পাৰ্গত আছিল। অধিক কি তেখেতৰ সমান শাস্ত্ৰজ্ঞ পণ্ডিত সেই সময়ত কোনো নাছিল। ৰজা বিক্ৰমাদিত্যই তেখেতৰ সুখ্যাতি শুনি ৰাজ-পুৰোহিতক তেখেতক নিমন্ত্ৰণ কৰিবলৈ পঠালে। ৰজাৰ আজ্ঞা শিৰোধাৰ্য্য কৰি পুৰোহিত যোগীৰ ওচৰলৈ গৈ নিবেদন কৰিলে, হে স্বামী, আপোনাক বিক্ৰমাদিত্য ৰজাই নিমন্ত্ৰণ কৰিছে। আপুনি তেখেতক দৰ্শন কৰক। যোগীয়ে ৰজাক ক'লে, তুমিও ব'লা। উভয়ে ৰজাৰ ওচৰলৈ গ'ল। যোগীয়ে ৰজাক ক'লে, ৰজা, আপুনি মন্ত্ৰ সাধন কৰক অমৰ হ'ব। ৰজাই ক'লে, আপুনি মন্ত্ৰ উপদেশ দিয়ক মই সাধনা কৰিম। যোগীয়ে ৰজাক মন্ত্ৰ দি ক'লে, হে ৰজা, এই মন্ত্ৰ ব্ৰহ্মচৰ্য্য ব্ৰতপালন কৰি এবছৰ জপ কৰিব আৰু দুবৰি বনৰ আগেৰে দশাংশ হোম কৰিব। হোমত পূৰ্ণাহুতি দিয়াৰ পিছত হোমকুণ্ডৰপৰা এজন পুৰুষ আৱিৰ্ভাব হৈ আপোনাক এটা দিব্যফল দিব। সেই ফল খালেই আপুনি অমৰ হ'ব। এইদৰে ৰজাক উপদেশ দি যোগী নিজৰ ঘৰলৈ গ'ল। ৰজাই গাঁওৰ বাহিৰৰ এঠাইত যজ্ঞৰ বেদী পাতি এবছৰ ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰি, মন্ত্ৰ, জপ আৰু দুবৰিৰ আগৰ দ্বাৰাই দশাংশ হোম কৰি যেতিয়া পূৰ্ণাহুতি দিলে তেতিয়া হোমৰ কুণ্ডৰপৰা এজন পুৰুষ আৱিৰ্ভাব হৈ ৰজাৰ হাতত এটা দিব্য ফল দিলে। ৰজাই সেই দিব্য ফলটি লৈ ৰাজবাটেদি আহি থাকোতে হঠাৎ এজন কুষ্ঠ ৰোগী ক্ষীণ ব্ৰাহ্মণে ৰজাক আশীৰ্বাদ দি ক'লে, হে ৰজা, প্ৰণাম গ্ৰহণ কৰক। ৰজা প্ৰজাসকলৰ পিতৃ-মাতৃ তুল্য। ৰজা বন্ধুহীনৰ বন্ধু। অন্ধলোকৰ চকু। ৰজা পিতৃ-মাতৃ,

ব্যাধিনাশকাৰক, আৰু গুৰু। এই কুষ্ঠ ৰোগৰপৰা মোৰ শৰীৰ নাশ হৈছে। শৰীৰ নাশ হলে অনুস্থান আদিও নাশ হয়। যেহেতু প্ৰথমে শৰীৰ ৰক্ষা কৰি পিছত ধৰ্মানুস্থান কৰা কৰ্তব্য। মই যাতে এই মাৰাত্মক কুষ্ঠব্যাধিৰপৰা পৰিত্ৰাণ পাব পাৰোঁ তাৰ উপবিধান কৰক। ব্ৰাহ্মণৰ কথা শুনি ৰজাই তেওঁক সেই দিব্যফল দান দিলে। ব্ৰাহ্মণে সেই ফল লাভ কৰি আনন্দ মনেৰে নিজঘৰলৈ গ'ল।

এইকথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে উদাৰতা আৰু ধৈৰ্য্যগুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপবেশন কৰক।" পুতলাৰ কথা শুনি ৰজা মৌন হৈ বহি থাকিল।

দশম উপাখ্যান সমাপ্ত

## ॥ একাদশ উপাখ্যান ॥

আকৌ আন এটা পুতলাই ভোজৰাজক ক'লে, মহাৰাজ শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত ঠগী, চোৰ আৰু পাপী মানুহ নাছিল। যি ৰজাৰ সদায় ৰাজ্যভাৰ চিন্তা আৰু বলবান শত্ৰুবিলাকৰ বিজয়ৰ চিন্তা আছে তেওঁৰ দিনৰাতি কোনো সময়তে টোপনি নাহে। শাস্ত্ৰত কৈছেঃ "যি মানুহ অৰ্থৰ কাৰণে আতুৰ তেওঁৰ পিতাও নাই বন্ধুও নাই, আৰু কামাতুৰৰ ভয় নাই, লাজো নাই, চিন্তাতুৰৰ সুখ আৰু টোপনি নাই। ক্ষুধাতুৰৰ বল আৰু তেজ একোৰেই নাথাকে।" বিক্ৰমাদিত্য ৰজা তেনেকুৱা নহয়। তেখেতে নিজে অভিলাষী লোকসকলক নিজৰ পাদপদ্মৰ আশ্ৰয়ত আজ্ঞাপ্ৰদান পূৰ্বক ৰাজ্য শাসন কৰিছিল। শাস্ত্ৰত কৈছেঃ "ৰাজ্যৰ ফল আজ্ঞামাত্ৰ, ব্ৰহ্মচৰ্য্যৰ ফল তপস্যা মাত্ৰ, বিদ্যাৰ ফল জ্ঞানমাত্ৰ, ধনৰ ফল দান আৰু ভোগ মাত্ৰ।" ৰজা বিক্ৰমাদিত্যই কোনো এসময়ত মন্ত্ৰীসকলৰ ওপৰত ৰাজ্যভাৰ



সমৰ্পণ কৰি নিজে যোগীবেশেৰে বিদেশলৈ যাত্ৰা কৰিলে। যি ঠাইত তেখেতে মনত সুখ পায় তাত কিছুদিন, য'ত কোনো কৌতুকপূৰ্ণ বস্তু দেখে তাতো কিছুদিন অপেক্ষা কৰে। এদিন বেলি মাৰ যোৱাৰ পিছত মহা অৰণ্যৰ মাজত গছৰ তলত জিৰণি লৈ ৰাতিটো কটালে। সেই গছজোপাত চিৰঞ্জীবী নামৰ এটা বুঢ়া চৰাই আছিল। সি তাৰ আহাৰ যোগাৰ কৰি খাবৰ শক্তি নাছিল। সেই কাৰণে তাৰ পো-নাতি সকলোৱে দূৰলৈ গৈ নিজৰ নিজৰ পেট-পূৰণ কৰি সন্ধ্যা লগাৰ পিছত প্ৰত্যেকেই একো একোটা ফল বুঢ়া চিৰঞ্জীবীক আনি দিয়েহি। বুঢ়াই তাকে খায় প্ৰাণ ধাৰণ কৰি আছে। মনুয়ে কৈছেঃ "বুঢ়া পিতৃ-মাতৃ আৰু পতিব্ৰতা ভাৰ্য্যা, আৰু শিশুপুত্ৰই শত শত নিন্দনীয় কাম কৰিলেও তেওঁলোকক প্ৰতিপাল কৰা কৰ্তব্য।" ইয়াৰ পিছত ৰাতি হোৱাৰ লগে লগে চৰাইবিলাকে যেতিয়া গছৰ তলত জিৰণি লৈছিল তেতিয়া বিক্ৰমাদিত্যও গছৰ তলতে জিৰণি লৈ সিহঁতৰ কথা-বতৰা শুনিবলৈ ধৰিলে। চিৰঞ্জীবীয়ে ক'লে, হেৰা মোৰ মৰমৰ পো-নাতিহঁত, তোমালোকে নানা দেশ ভ্ৰমণ কৰি ক'ৰবাত কিবা আশ্চৰ্য্য বস্তু দেখিলা নে? সিহঁতৰ ভিতৰৰ এটা চৰায়ে ক'লে, ককা, আমি ক'তো বিশেষ কৌতুকপূৰ্ণ একো বস্তু দেখা নাপালোঁ, কিন্তু মোৰ মনত আজি বৰ দুঃখ লাগিছে এটা কথাত। চিৰঞ্জীবীয়ে ক'লে, তোমাৰ নো কি কাৰণে দুঃখ লাগিছে? সি ক'লে, কেৱল দুঃখ বুলিলে কি হ'ব? বুঢ়া চৰাইটোৱে ক'লে, যি দুঃখী তেওঁৰ নিজৰ বন্ধু-বান্ধৱক দুঃখ নিবেদন কৰিলে দুঃখকষ্টৰ কিছু লাঘৱ হয়। তেওঁৰ কথা শুনি চৰাইটোৱে ক'বলৈ ধৰিলে, ককা শুনক, উত্তৰ দেশত শৈল্যঘোৰ পৰ্বতৰ ওচৰত থকা কোনোবা এটা ৰাক্ষস প্ৰতিদিনে নগৰলৈ আহি চকুৰ আগত পৰা কোনো মানুহক ধৰি লৈ গৈ পৰ্বতত বহি বহি খায়। এদিন নগৰীয়াসকলে ক'লে, হেৰ বকাসুৰ, তই নিজ ইচ্ছামতে যেই কোনো মানুহক নাখাবি। আমি তই খাবৰ কাৰণে প্ৰতিদিনে এটা-এটা মানুহ তোক দিম। বকাসুৰে

নগৰবাসীৰ কথা স্বীকাৰ কৰিলে। তাৰ পিচৰপৰা নগৰীয়াসকলে দিনে পতি এটা-এটা মানুহ তাক দিবলৈ ধৰিলে। এইদৰে বহুতদিন গ'ল। আজি আমাৰ এজনৰ মিত্ৰ পূৰ্বজন্মৰ ব্ৰাহ্মণৰ পাল পৰিছে। তেখেতৰ ল'ৰা মাথোন এটা। যদি ল'ৰাটোক দিয়া হয় তেতিয়া সন্ততি বিচ্ছেদ আৰু বংশ নাশ হয়। যদি নিজে যায় তেতিয়া ভাৰ্য্যা বিধবা হয়; বিধবাৰ যন্ত্ৰণা বৰ কষ্টদায়ক, যদি ভাৰ্য্যাক প্ৰদান কৰা হয় তেতিয়া গৃহাশ্ৰম নাশ হয়। এয়ে মহৎ দুঃখৰ কাৰণ। তাৰ কথা শুনি আন আন চৰাইবিলাকে ক'লে, অহ! যি বন্ধু-বান্ধৱৰ দুঃখত নিজে দুঃখীত হয় সেইজনেই যথাৰ্থ বন্ধু, সেই মিত্ৰতাকে মিত্ৰতা বুলিব পাৰি। যিজন বন্ধু-বান্ধৱ সুখী হ'লে সুখী হয় আৰু দুঃখী হলে দুঃখীত হয় তেওঁৱেই যথাৰ্থ বন্ধু। দেখা—চন্দ্ৰ উদয় হ'লে সাগৰৰ আনন্দত পানী বাঢ়ে আৰু চন্দ্ৰ মাৰ গ'লে সাগৰৰ পানী শুকায় যায়। ক্ষীৰে পানীৰ লগত থাকি দেখিলে পানী জুইৰ জালত শুকাই গৈছে যেতিয়া সেই ক্ষীৰ বন্ধুৰ কাৰণে পানীৰপৰা আহি জুইত পৰিলহি। তেতিয়া ক্ষীৰত আকৌ পানী চতিয়াই দিয়া হ'ল, তেতিয়া জুই বন্ধুৰ আগমনত পুনৰবাৰ ক্ষীৰ স্থিৰ হৈ থাকিল। সুহৃদসকলৰ এনে ভাব হ'ব লাগে। চৰাইবিলাকৰ প্ৰত্যেকৰে বাক্য শুনি ৰজা বিক্ৰমাদিত্য সেই নগৰলৈ আহিল। তাৰ পিছত তেখেতে বধ্যশিলা দৰ্শন কৰি ব্ৰাহ্মণক অভয় দি ওচৰৰ সৰোবৰত গা ধুই আহি বধ্যশিলাৰ ওপৰত বহি থাকিল। সেই সময়তে ৰাক্ষস আহি দেখিলে এজন থূলন্তৰ পুৰুষ বধ্যস্থলী শিলৰ ওপৰত হাঁহিমুখেৰে বহি আছে। তেখেতক দেখি ৰাক্ষসে আশ্চৰ্য্য হৈ ক'লে, হে মহাপুৰুষ, আপুনি সকলোৰে দুঃখনাশক গুৰু। যিহেতু আপুনি বিশ্বৰ দুঃখ বিনাশ কৰে, অতএব এই পাপ কাৰ্য্যত মোৰ শৰীৰ বিনাশ আৰু অনুস্থানো বিনষ্ট হ'ব, যিহেতু শৰীৰ সকলো ধৰ্ম-কৰ্মৰেই সাধন। এই শিলটোৰ ওপৰলৈ আহি যি লোক ইয়াত বহে মই আহি পোৱাৰ আগতে তেওঁৰ মৃত্যু হয়। কিন্তু মই আজি দেখিছোঁ আপুনি এজন



মহাধৈৰ্য্যশালী লোক। আপুনি হাঁহি মুখেৰে শিলৰ ওপৰত বহি আছে। যাৰ মৰণৰ সময় উপস্থিত হয়, তেওঁৰ ইন্দ্ৰিয় শক্তি বিলোপ হয়; আপোনাক দেখিছোঁ হাঁহিমুখ আৰু শৰীৰৰ কান্তি ইমান অধিক মই তাক বৰ্ণাব নোৱাৰোঁ। আপুনি কোন মোক পৰিচয় দিয়ক। ৰজাই উত্তৰ দিলে, মোৰ পৰিচয়ৰ কোনো দৰ্কাৰ নাই। মই পৰৰ কাৰণে শৰীৰ দান কৰিছোঁ। তুমি নিজৰ কাৰ্য্য সমাপন কৰা।

ৰাক্ষসে ভাবিলে এই মানুহজন সাধু, এখেতে নিজৰ ভোগ বিলাস পৰিত্যাগ কৰি পৰৰ দুখত দুঃখী হৈ ইয়ালৈ আহিছে। শাস্ত্ৰত কৈছে: "সাধুসকলে নিজৰ সুখ-দুখৰ ইচ্ছা পৰিত্যাগ কৰি সকলো সত্বগুণৰ অভিলাষী হৈ পৰৰ দুখত অত্যন্ত দুঃখীত হয়।" তেতিয়া ৰাক্ষসে ৰজাক ক'লে, হে মহাপুৰুষ, পৰৰ কাৰণে আপুনি এই শৰীৰ দান কৰিছে; অতএব এই শৰীৰ প্ৰশংসনীয়। যিহেতু শাস্ত্ৰত কৈছে: "পশুবিলাকো নিজৰ উদৰ পৰিপূৰণ কৰি বাচি থাকে; কিন্তু যি পৰৰ কাৰণে শৰীৰ দান কৰে তেওঁৰ শৰীৰেই প্ৰশংসাৰ যোগ্য। ইয়াত কোনো সন্দেহ নাই।" সি যি কি নহওক আপোনাৰ নিচিনা পৰোপকাৰী মানুহৰ পক্ষে এই কাৰ্য্য একো বিচিত্ৰ নহয়। সৎলোকে যে পৰৰ কাৰণেই অনুগ্ৰহ বিতৰণ কৰে তাত আৰু কি-আশ্চৰ্য্য থাকিব পাৰে? দেখক—চন্দনগছবিলাকে নিজ দেহৰ শীতলতাৰ কাৰণে জন্মলাভ নকৰে। হে মহাপুৰুষ, এই পৰোপকাৰৰ কাৰণেই আপুনি ইমান সম্পত্তিবান লোক হৈছে। শাস্ত্ৰত কৈছে: "পৰোপকাৰৰ কাৰণে যিজন জন্মগ্ৰহণ কৰে তেওঁ ইহলোক আৰু পৰলোকত পৰমপদ লাভ কৰে। যিসকল লোকে লোকৰ স্বাৰ্থ-সুখত স্পৃহা নাৰাখি, পৰোপকাৰত নিৰত হয় তেওঁলোকে জগতৰ উপকাৰৰ কাৰণেই এই পৃথিৱীত জন্মগ্ৰহণ কৰিছে। সাধুসকল সঁচাকৈয়ে নিজৰ স্বভাৱতেই স্বভাৱান্বিত হয়। ৰাক্ষসে এই কথা কৈ ৰজাক ক'লে, হে মহাপুৰুষ! মই আপোনাৰ প্ৰতি প্ৰসন্ন হৈছোঁ। আপুনি বৰ গ্ৰহণ কৰক। ৰজাই ক'লে, হেৰা ৰাক্ষস, যদি তুমি মোৰ প্ৰতি সন্তোষিত

হৈছা তেতিয়াহ'লে তুমি আজিৰপৰা নৰমাংস খাবলৈ এৰা। মই যি উপদেশ দিম তুমি মনদি শুনিবা আৰু উপদেশ বাণী আখৰে আখৰে পালন কৰিবা। এই সংসাৰত নিজৰ প্ৰাণ যেনে প্ৰিয় সকলো প্ৰাণীৰ প্ৰাণ সেইদৰেই প্ৰিয়। সেই কাৰণে সাধুসকলে সদায় প্ৰাণীসকলক মৃত্যুৰ ভয়ৰপৰা পৰিত্ৰাণ কৰিব। 'মই মৰিম' এই কথাত পুৰুষৰ যি দুখ উৎপন্ন হয় কোনো মানুহেই অনুমান কৰি সেই কথা ক'ব নোৱাৰে। কাৰণ নিজৰ জীৱন যেনে প্ৰিয় পৰৰ জীৱনো সেইদৰেই দেখিবা আৰু তেওঁলোকক ৰক্ষা কৰিবা। বিক্ৰমাদিত্য ৰজাই এইদৰে উপদেশ দিয়াৰ পিছৰপৰা ৰাক্ষসে জীৱহিংসা-বৃত্তি পৰিত্যাগ কৰিলে। বিক্ৰমাদিত্য ৰজাও নিজৰ নগৰলৈ উভটি গ'ল।

এইকেষাৰ কথা কৈ পুতলাই ভোজৰাজক ক'লে, "ৰজা! আপোনাৰ যদি এনে পৰোপকাৰ দয়া আদি গুণ বিদ্যমান আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপবেশন কৰক।" ৰজাই পুতলাৰ কথা শুনি মৌন হৈ বহি থাকিল।

একাদশ উপাখ্যান সমাপ্ত

## ॥ দ্বাদশ উপাখ্যান ॥

ভোজৰাজক আকৌ আন এটা পুতলাই ক'লে, মহাৰাজ শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত তেখেতৰ নগৰত ভদ্ৰসেন নামেৰে এজন বণিক আছিল। তেখেতৰ অপৰিমিত সম্পত্তি। কিন্তু তেখেত বৰ কিৰ্পিন আছিল। কিছুকালৰ পিছত ভদ্ৰসেনৰ মৃত্যু হ'ল। তেখেতৰ পুতেক পুৰন্দৰে পিতাকৰ সম্পত্তি অকুণ্ঠিত মনেৰে দান দিবলৈ আৰম্ভ কৰিলে। এইদৰে ধন দান দিয়াত ধনদ নামৰ তেওঁৰ বন্ধু এজনে ক'লে, হেৰা পুৰন্দৰ, তুমি সদাগৰৰ পুত্ৰ হৈ ক্ষত্ৰিয়ৰ পুত্ৰৰদৰে অবাধে ধন খৰচ কৰিছা। মিতব্যয়িতাৰ কথা পাহৰি গৈছা। এইটো সদাগৰৰ কুলত জন্মলাভ কৰা পুৰুষৰ লক্ষণ নহয়। বণিকে যেই কোনো উপায়েৰে অৰ্থসংগ্ৰহ কৰা কৰ্তব্য। এটা পাতি পইচাও বিনা কাৰণত খৰচ কৰা



অনুচিত। উপাৰ্জিত ধন বিপদৰ সময়ত পুৰুষসকলৰ বিশেষ কামত সহায় হয়। সেই কাৰণে আপদৰ কাৰণে ধন সংগ্ৰহ কৰা বুদ্ধিমানৰ কাম। শাস্ত্ৰত কৈছেঃ "আপদৰ কাৰণে ধন ৰক্ষা কৰিব, ধনৰ দ্বাৰাই তিৰোতাসকলক ৰক্ষা কৰিব, আৰু ধনৰ দ্বাৰাই দাৰা (অৰ্থাৎ ককাই ভাইৰ চেনেহক বিদাৰণ অৰ্থাৎ নষ্ট কৰা তেনে ভাৰ্য্যাক) যি প্ৰকাৰেই হওক ৰক্ষা কৰিব। আৰু দাৰা আৰু ধনৰ দ্বাৰাই যি-প্ৰকাৰেই হওক আত্মাক সততে ৰক্ষা কৰিব লাগে।" এই কথা শুনি পুৰন্দৰে ক'লে, হেৰা ধনদ, উপাৰ্জিত ধন এদিন বিপদৰ সময়ত কাৰ্য্যকৰী হ'ব বুলি যিজনে কয় তেওঁ অবিবেচক। যেতিয়া আপদ উপস্থিত হয় তেতিয়া সঞ্চিত ধনো বিনষ্ট হয়। সেই কাৰণে হে যোৱা কাৰ্য্যৰ শোক আৰু ভৱিষ্যত অৰ্থৰ চিন্তা কৰা বুদ্ধিমান পুৰুষৰ কৰ্তব্য নহয়; পৰন্তু বৰ্তমানৰ চিন্তা কৰা কৰ্তব্য। শাস্ত্ৰত কৈছেঃ "হে যোৱা কাৰ্য্যৰ কাৰণে শোক কৰা অনুচিত; ভৱিষ্যত হ'বলগীয়া কাৰ্য্যৰ কথাও ভাবিব নালাগে। যিটো হ'বলগীয়া আছে সেইটো স্বাভাৱিকতেই হ'ব অৰ্থাৎ নাৰিকল ফলৰ ভিতৰত উৎপন্ন হোৱা পানীৰদৰেই স্বাভাৱিকতে হয় আৰু "গজভুক্ত কপিত্থ"* ৰদৰে গমন কৰে। যিটো হ'বলগীয়া নাই সেইটো বিনা যত্নতেই হয়। তুমি নিশ্চয়কৈ জানিবা যে যাৰ ভৱিষ্যৎ হ'বলগীয়া নাই সেইটো হাতৰ মুঠিলৈ আহিলেও দৈব্যফলত হাতৰ তলুৱাতে নাইকিয়া হয়। পুৰন্দৰৰ কথা শুনি ধনদ নিৰুত্তৰ হ'ল আৰু তাৰ পিছত পিতাকৰ সকলো ধন অযথা খৰচ কৰি ধোৱাংবাং কৰিলে। অৱশেষত তেওঁৰ অৱস্থা ইমান শোচনীয় হ'ল যে তেওঁৰ বন্ধু-বান্ধবে তেওঁক মান নকৰা হ'ল। আনকি তেওঁৰ লগত একেলগে বহিবলৈকো ঘিণ কৰিবলৈ ধৰিলে। তেতিয়া তেওঁ মনে

*"গজভুক্ত কপিত্থবৎ"—গজপোক বুলি এবিধ পোক আছে। সিহঁতি কয়েত ৰবেলৰ ওপৰৰ বাকলিটোত বিন্ধা কৰি মাজত সোমাই তাৰ শাহটো খায় পেলায়। বেল ফলটো ওপৰত বেচ নিমজ দেখি; কিন্তু তাৰ ভিতৰত একো নাথাকে। সাধাৰণ লোকে গজৰ অৰ্থ হাতী বুলি অন্যদৰে ৰাখ্যা কৰে।

মনে ভাবিলে, মোৰ হাতত যেতিয়ালৈকে ধন আছিল তেতিয়ালৈকে মোৰ মিতিৰ কুটুম সকলোৱেই মোৰ সেৱক আছিল। কিন্তু বিধিৰ কি বিৰম্বনা এতিয়া তেওঁলোকে মোক চকুপাৰি দেখিবই নোৱাৰে ; আন কি মোৰ লগত একেষাৰ কথাকে নাপাতে। যাৰ ধন আছে তেওঁৰ বন্ধু-বান্ধবো আছে। শাস্ত্ৰত কৈছে ঃ "যাৰ ধন আছে তেওঁলোকেই মিত্ৰ। তেওঁলোকেই বন্ধু-বান্ধব। যাৰ ধন আছে তেওঁলোকেই পণ্ডিত। পুৰুষ ধনহীন হ'লে বন্ধু-বান্ধব তেওঁৰ লগত আগৰদৰে হলিগলি নকৰে। ধনহীন পুৰুষক কোনেও মান নকৰে। বন্ধুবিলাক তেওঁৰ প্ৰতি চঞ্চল হয়।" বেচি কোৱাৰ প্ৰয়োজন নাই। ধনহীন পুৰুষৰ সততে ভাৰ্য্যাৰ লগত প্ৰায়ে হায়-কাজিয়া হৈ থাকে। যাৰ ধন আছে তেওঁ কুলীন। তেওঁ পণ্ডিত। তেওঁ গুণী। তেওঁ বক্তা। তেওঁ সুন্দৰ পুৰুষ, তেওঁ সৰ্বেসৰ্বা। কাৰ্য্যতঃ দেখা যায় সকলো গুণেই ধনকে আশ্ৰয় কৰি আছে। বতাহ বন দাহ কৰাত অগ্নিৰ সাৰথি হয়। সেই বতাহেই আকৌ প্ৰদীপ নিবাৰিত কৰে। সেই কাৰণে দীন-দুঃখীয়াৰ প্ৰতিনো কাৰ গৌৰৱ বাঢ়িব ? সেই কাৰণে দৰিদ্ৰতাতকৈ মৰণ শ্ৰেষ্ঠ। কোনো এজন মানুহে মৰিশালিত বহি থকা এজন মানুহক ক'লে, হেৰা বন্ধু উঠা, মোৰ এই দৰিদ্ৰতাৰ ভাৰ কন্তেক বহন কৰা। দৰিদ্ৰতাৰ কৰালগ্ৰাসত পৰি মই চিৰকাল পৰিশ্ৰান্ত হৈছোঁ। সেই কাৰণে তোমাৰ মৰণজনিত ক্লেশ মই এবাৰ বহন কৰোঁ। ধন-হীনৰ কথা শুনি মৰণৰ নিমিত্তে শ্মশানলৈ যোৱা বন্ধুৱে "দৰিদ্ৰ অপেক্ষা মৰণ ভাল" বুলি মৌন হৈ ৰ'ল। তেওঁৰ কথাৰ কোনো প্ৰত্যুত্তৰ নিদিলে। ইয়াৰ পিছত কোনো এজন বন্ধুৱে প্ৰাৰ্থনা কৰাৰ ছলেৰে নিন্দা কৰি ক'লে, হে 'দৰিদ্ৰতা'! মই তোমাক নমস্কাৰ কৰিছোঁ। মই তোমাৰ আশীৰ্বাদত এজন সিদ্ধপুৰুষ হৈছোঁ। যিহেতু বিশ্বাসী কোনো লোকেই মোক দেখা নাপায়। শাস্ত্ৰত কৈছে ঃ "যি দৰিদ্ৰ তেওঁ জীৱন্ততে মৰা মানুহৰ তুল্য। তেওঁৰ সন্তান নহয় স্ত্ৰী সম্ভোগতে। তেওঁ মৰা মানুহৰদৰে অচল। দখিনাবিহীন যজ্ঞও



মৰাশৰ নিচিনা।" ইয়াকে বিচাৰ কৰি পুৰন্দৰ বিদেশ ভ্ৰমণ কৰিবলৈ গ'ল। তেওঁ গৈ গৈ হিমাচলৰ ওচৰত থকা এখন নগৰত উপস্থিত হ'ল। সেই নগৰৰ অলপ ওচৰতে বেণুবন নামৰ এখন অৰণ্য আছে।

পুৰন্দৰ গাঁওলৈ গৈ এজন গৃহস্থীৰ ঘৰৰ বাৰান্দাত শুই থাকিল। প্ৰায় আধা ৰাতিৰ সময়ত বেণুবনৰ মাজত কোনোবা এগৰাকী তিৰোতাৰ করুণ কান্দোনৰ বিননি পুৰন্দৰৰ কাণত পৰিল। তিৰোতা গৰাকীয়ে চিঞৰি-চিঞৰি বেণুবনৰ ভিতৰৰপৰা ক'লে, হে প্ৰভুসকল! মোক ৰক্ষা কৰক, কোনোবা দুৰ্দান্ত ৰাক্ষসে মোক প্ৰহাৰ কৰিছে। ৰাতি পুৱাল। পুৰন্দৰে গাঁওৰ মানুহবিলাকক সুধিলে, ৰাইজসকল এই বেণুবনৰ মাজত কোনোবা তিৰোতাৰ কান্দোনৰ করুণ বিননি শুনা যায়। ই কি কথা ? গাঁওৰ ৰাইজে ক'লে, এই বেণুবনৰ মাজত প্ৰতি ৰাতিতে এনে করুণ কান্দোনৰ বিননি শুনা যায় ; কিন্তু ভয়ত তালৈ কোনো যাব নোখোজে আৰু তাৰ কোনো বিচাৰো নকৰে। ইয়াৰ পিছত পুৰন্দৰ নগৰলৈ উভটি গৈ ৰজাক সাক্ষাৎ কৰিলে।

বিক্ৰমাদিত্যই পুৰন্দৰক সুধিলে, হেৰা পুৰন্দৰ, তুমি বিদেশত ভ্ৰমণ কৰি ক'ৰবাত কিবা আশ্চৰ্য্য বস্তু দেখিলা নে ? পুৰন্দৰে বেণুবনৰ ঘটনাৰ বিষয়ে আদ্যোপান্ত বৰ্ণনা কৰিলে। ৰজাই সেই কৌতূকপূৰ্ণ আচৰিত কথা শুনি পুৰন্দৰৰ লগত বেণুবনলৈ গৈ দেখিলে এটা ভয়ঙ্কৰ ৰাক্ষসে এজনী অবলা তিৰোতাক অনাহকত মাৰধৰ কৰিছে আৰু তাই হুৱাৰবাৰে কান্দিছে। ৰজাই ৰাক্ষসক ক'লে, হেৰ নৰাধম, তই কি কাৰণে অনাথ তিৰোতাজনীক মাৰপিট কৰিছ ? ৰজাৰ কথা শুনি ৰাক্ষসে ক'লে, তোমাৰ এই কথাত কোনো প্ৰয়োজন নাই। য'ৰ মানুহ য'ৰপৰা আহিছা সেই বাটে দি নিজ ঘৰলৈ উভটি যোৱা। তাকে যদি নকৰা এই মুহূৰ্ত্ততে তোমাৰ মৰণ মিলিব। ৰাক্ষসৰ কথা শুনি ৰজা খঙত টিঙ্গিৰিতুলা হোৱাদি হ'ল আৰু তাৰ লগত তয়াময়া যুঁজ কৰি তাক বধ কৰিলে। ৰাক্ষস মৰাৰ পিছত বেণুবনৰ অবলা তিৰোতাজনী আহি ৰজাৰ চৰণত অষ্টাঙ্গে প্ৰণাম কৰি ক'লে, হে প্ৰভু,

আপুনি দয়াৰ সাগৰ। আপোনাৰ শ্ৰীচৰণৰ দৰ্শন আৰু আশীৰ্বাদত মোৰ শাপৰ অৱসান হ'ল। আপুনি মোক বিপদ সাগৰৰপৰা উদ্ধাৰ কৰিলে। দাসীৰ শতকোটি সেৱা গ্ৰহণ কৰক।

ৰজাই তাইক সুধিলে, তুমিনো কোন? তাই ক'লে, হে মহাপুৰুষ, মোৰ বিলাই বিপত্তিৰ কথা কি কম কি শুনিব? আপুনি যেতিয়া সুধিছে বাৰু শুনক। মই এই নগৰৰ এজন বৰ চহকী ব্ৰাহ্মণৰ ভাৰ্য্যা আছিলোঁ। যৌবন কালত মই ব্যাভিচাৰিণী হোৱাত মোৰ প্ৰতি স্বামীৰ বিতৃষ্ণা হ'ল। তেওঁ কিন্তু মোক দেহে-কেহে ভাল পাইছিল। মই সঁচাকৈয়ে এগৰাকী ৰূপহী তিৰোতা আছিলোঁ। কিন্তু কি হ'ব মই মোৰ সৌন্দৰ্য্যৰ গপত ওফন্দি থাকোঁ। সম্ভোগৰ কাৰণে মোক আহ্বান কৰিলেও মই স্বামীক অবজ্ঞা কৰি তেওঁৰ ওচৰলৈ নাযাওঁ।

কামানলত দেই পুৰি মৰা স্বামীয়ে তেখেতৰ মৰণৰ সময়ত মোক অভিশাপ দি ক'লে, ব্যাভিচাৰিণী তিৰোতা, মোৰ গোটেই জীৱনটো যেনেকৈ কামানলত পুৰি ছাই কৰিলা ঠিক সেই দৰেই বেণুবনবাসী এটা ভয়ঙ্কৰ ৰাক্ষসে তোমাৰ সম্ভোগৰ ইচ্ছা কৰি ৰাতি অনিচ্ছা সত্বেও তোমাক প্ৰতিদিনে প্ৰহাৰ কৰিব। মহাৰাজ মই তেওঁৰ অভিশাপৰ অৱসান ভিক্ষা কৰি কৰপুটে প্ৰাৰ্থনা কৰাত তেখেতে মোক ক'লে যে যেতিয়া পৰোপকাৰী মহাধৈৰ্য্যশীল কোনো এজন মহাপুৰুষ আহি সেই ৰাক্ষসক বধ কৰিব সেই দিনাই তুমি মোৰ শাপৰপৰা মুক্ত হবা আৰু মোৰ এই সকলো ধন তেখেতক দিবা বুলি তেখেতে প্ৰাণত্যাগ কৰিলে। এতিয়া মই আপোনাৰ অধীন দাসীৰ সেৱা গ্ৰহণ কৰি মোক পৰিত্ৰাণ কৰক। তিৰোতাজনীৰ প্ৰাৰ্থনাত ৰজাই তাইৰ ধন আৰু তাইক পুৰন্দৰ সদাগৰক গতাই দি তেওঁলোকৰ লগতে উজ্জয়িণী নগৰলৈ উভটি গ'ল।

পুতলাই এই কথা কৈ ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনেধৰণৰ ধৈৰ্য্য আৰু উদাৰতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ বহি থাকিল।

দ্বাদশ উপাখ্যান সমাপ্ত

## ॥ ত্ৰয়োদশ উপাখ্যান ॥

ভোজৰাজক পুনৰায় আন এটা পুতলাই ক'লে, মহাৰাজ শ্ৰবণ কৰক। এদিন বিক্ৰমাদিত্য ৰজাই মন্ত্ৰীসকলৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি পৃথিৱী ভ্ৰমণ কৰিবলৈ ওলাল, ভ্ৰমণৰ কালত তেখেতে এৰাতি নগৰত থাকে আৰু এৰাতি গাঁওত থাকে। এইদৰে ভ্ৰমণ কৰি কৰি তেখেতে এদিন এখন নগৰত উপস্থিত হলহি। সেই নগৰৰ ওচৰতে থকা নৈৰ পাৰত এখন দেৱালয় আছে। তাত পণ্ডিতসকলে পুৰাণ-শাস্ত্ৰাদি পঢ়ে আৰু মহাপুৰুষসকলে শুনে। ৰজাই নৈত গা-পা ধুই দেৱালয়ত দেৱতাক সেৱা কৰি পুৰাণ শাস্ত্ৰ শুনোতাসকলৰ ওচৰতে পাঠ আৰম্ভ কৰিলে—যেনে শৰীৰ অনিত্য, বিভৱ সকলো নতুন নহয়, মৃত্যু সদায় দুৱাৰদলিৰ মুখত, সেই কাৰণে ধৰ্ম সংগ্ৰহ কৰা সকলোৰে কৰ্তব্য। কোটী কোটী শাস্ত্ৰত যি কথা লিখা আছে সেই সকলো অমৃত বাক্য শ্ৰবণ কৰক। পৰোপকাৰ পুণ্যৰ নিমিত্তে আৰু পৰ পীড়ন পাপৰ কাৰণে হয়। যি লোকে দুখীয়াক দেখি দুখ আৰু সুখীয়াক দেখি সুখ অনুভৱ কৰিব পাৰে তেৱেঁই ধাৰ্মিক পুৰুষ। ভয়াতুৰ লোকক অভয় দান কৰাটো ধাৰ্মিকসকলৰ কৰ্তব্য। সকলোৱে জনা উচিত যে ধৰ্মৰ বাহিৰে দেহীসকলৰ উৎকৃষ্ট ধৰ্ম আৰু নাই।

এজন ভয়াতুৰ মানুহক অভয় দান দি জীৱন দান দিলে যি ফল হয় হেজাৰ হেজাৰ ব্ৰাহ্মণক গোদান কৰিলেও তেনে ফল লাভ নহয়। যি মানুহে দয়াপৰবশত সকলো জীৱক অভয় দান কৰে কল্পৰ অন্ততো তেওঁৰ পুণ্য ক্ষয় নহয়। সোণ, গৰু, মাটি প্ৰভৃতি দান-দিব-পৰা দাতা পৃথিৱীত সুলভ; কিন্তু সকলো জীৱৰ প্ৰতি দয়াবান পুৰুষ লোকৰ মাজত দুৰ্লভ। মহা মহা যজ্ঞবিলাকৰ ফল কালক্ৰমত নাইকিয়া হয়, সেইফল অভয়দানৰ তুলনাত ষোল ভাগৰ এভাগো নহয়। যি লোকে চাৰিসাগৰ পৰ্য্যন্ত পৃথিৱী দান কৰে তাৰ তুলনাত অভয়দান দিয়া লোক-

সকলৰ ফল অধিক, তাত কোনো সন্দেহ নাই। মানুহৰ শৰীৰ প্ৰত্যেক ক্ষণতে বিনাশশীল, এনে শৰীৰৰ দ্বাৰাই ধৰ্ম উপাৰ্জন নকৰা মূঢ়লোক সাধুসকলৰ ওচৰত হেয় হয়। যদি প্ৰাণীসকলৰ কাৰণে এই দেহা নিয়োজিত কৰা নহয় তেতিয়াহ'লে মানুহবিলাকে প্ৰতিদিনে আন কি উপকাৰ কৰিব? যিবিলাক যজ্ঞৰ দক্ষিণা প্ৰচুৰ এফালে সেই যজ্ঞৰ দক্ষিণা আনফালে ভয়াতুৰ প্ৰাণীৰ প্ৰাণ ৰক্ষা কৰা তুলনা কৰিলে উভয়ৰ ফল সমান হ'ব। এইদৰে পণ্ডিতসকলে পুৰাণৰ কথা ব্যাখ্যা কৰি থাকোতে হঠাৎ এজন বুঢ়া বামুন ঘৈণীয়েকৰ সৈতে নৈ পাৰ হৈ যাওঁতে হঠাৎ নাওখন পানীতে ডুবি গ'ল। তেতিয়া ব্ৰাহ্মণে হাহাকাৰ কৰি চিঞৰিবলৈ ধৰিলে, হে প্ৰভুসকল দৌৰি আহক, দৌৰি আহক, মই এজন বুঢ়া। ব্ৰাহ্মণ নাও ডুবি মোৰ পত্নীৰে সৈতে নৈৰ সোঁতত উটি গৈছোঁ। কোনো এজন ধাৰ্মিক লোক আহি আমাৰ প্ৰাণ ৰক্ষা কৰক। ব্ৰাহ্মণৰ চিঞৰ শুনি পুৰাণ শ্ৰোতাসকলৰ ব্ৰাহ্মণ-ব্ৰাহ্মণীক নৈৰ পৰা তুলি আনি উদ্ধাৰ কৰিবলৈ যোৱাটো দূৰতে থকা আনকি অভয় দানদি একেবাৰ মাত মাতোতাও কোনো নোলাল। তেতিয়া বিক্ৰমাদিত্য ৰজাই, "ভয় নকৰিবা" "ভয় নকৰিবা" বুলি ব্ৰাহ্মণক অভয় দান দি নৈত জাপমাৰি পৰিল আৰু তৎক্ষণাত ব্ৰাহ্মণক পত্নীৰে সৈতে ভৰা সোঁতত উটি যোৱা নাওৰপৰা উদ্ধাৰ কৰিলে। ব্ৰাহ্মণে নৈৰ পাৰত বহি যেতিয়া সুস্থ হ'ল তেতিয়া ৰজাক ক'লে, হে মহাপুৰুষ, মোৰ এই শৰীৰ পূৰ্বত মোৰ পিতৃ-মাতৃৰ দ্বাৰাই উৎপাদন হোৱা। এতিয়া মই আপোনাৰ-পৰা মৰণৰ হাত সাৰি পুনৰ জন্মলাভ কৰিলোঁ। এতিয়া এই শৰীৰ আপোনাৰ।

আপুনি অকল মোৰে নহয় আমাৰ উভয়ৰে প্ৰাণদাতা। আপুনি আমাৰ মহা উপকাৰী পুৰুষ। মই যদি আপোনাৰ তিলমানো উপকাৰ নকৰোঁ মোৰ গোটেই জীৱন বিফল হ'ব। সেই কাৰণে মই গোদাবৰী নৈৰ পানীৰ মাজত বাৰ বছৰ মন্ত্ৰজপ কৰা আৰু চান্দ্ৰায়ন আদি ব্ৰতৰ উপাৰ্জিত সকলো পুণ্যৰ ফল আপোনাক প্ৰদান কৰিলোঁ। এই বুলি



কৈ ৰজাক আশীৰ্বাদ দি পত্নীৰে সৈতে নিজ ঘৰলৈ যাবলৈ ওলাল। সেই সময়তে ব্ৰাহ্মণৰ আগত এটা ভয়ঙ্কৰ ব্ৰহ্ম-ৰাক্ষস উপস্থিত হ'ল। ৰজাই তাক দেখি সুধিলে, হে মহাপুৰুষ, আপনি কোন? ৰাক্ষসে ক'লে, মই এই নগৰৰ এজন ব্ৰাহ্মণ আছিলোঁ। মই সদায় নিন্দনীয় প্ৰতিগ্ৰহ গ্ৰহণ কৰি জীৱন নিৰ্বাহ কৰিছিলোঁ। অকল সেয়ে নহয় অযাজ্য যাজক হৈ সদায় বয়োবৃদ্ধ, সাধু আৰু মহৎলোকক নিন্দা কৰিছিলোঁ। সেই পাপৰ ফলত মই এই আঁহতগছত ব্ৰহ্ম-ৰাক্ষস হৈ অতি দুখত বহুত বছৰ কালযাপন কৰিছোঁ।

আজি আপোনাৰ আশীৰ্বাদত সেই পাপৰপৰা উদ্ধাৰ হলোঁ। ব্ৰহ্ম-ৰাক্ষসৰ কথা শুনি ৰজাই ব্ৰাহ্মণে দিয়া পুণ্যৰ ফল তাক দান দিলে। ব্ৰাহ্মণে সেই পুণ্যৰ দ্বাৰা নিজে কৰা সকলো পাপৰপৰা মুক্ত হৈ দেৱতাৰ ৰূপ ধৰি ৰজাক স্তুতি-প্ৰাৰ্থনা কৰি স্বৰ্গলৈ গমন কৰিলে। ৰজা নিজ নগৰলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনেধৰণৰ পৰোপকাৰ ধৈৰ্য্য আৰু উদাৰতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ বহি থাকিল।

ত্ৰয়োদশ উপাখ্যান সমাপ্ত

## ॥ চতুৰ্দশ উপাখ্যান ॥

ভোজৰাজক আন এটা পুতলাই ক'লে, মহাৰাজ শ্ৰৱণ কৰক। এদিন বিক্ৰমাদিত্য ৰজাই ভাবিলে যে তেওঁ পৃথিৱীৰ কোন কোন ঠাইত কেনেকুৱা তীৰ্থ-ক্ষেত্ৰ, কেনেধৰণৰ আশ্চৰ্য্য বস্তু আছে সেই সকলো ঠাই দৰ্শন কৰিব। ইয়াকে ভাবি তেওঁ যোগীবেশেৰে ভ্ৰমণ কৰি গৈ গৈ এখন নগৰত উপস্থিত হ'ল। তাত এখন তপোবনৰ মাজত জগদম্বাৰ এখন সুবৃহৎ প্ৰাসাদ আৰু তাৰ ওচৰেদি বৈ যোৱা এখন

বোৱতী নৈ। ৰজাই সেই নৈত গা-পা ধুই দেৱতাক সেৱা কৰি দেৱালয়ৰ এঠাইত বহি চাৰিওফালৰ মনোৰম দৃশ্য দৰ্শন কৰি আছে। এনেতে অবধুতসাৰ নামৰ এজন যোগী দেৱালয়ত উপস্থিত হ'লহি। যোগীয়ে ৰজাক সুধিলে, আপুনি ক'ৰপৰা আহিছে? ৰজাই ক'লে, মই এজন পথিক। তীৰ্থ ভ্ৰমণ কৰিবলৈ আহিছোঁ। যোগীয়ে ক'লে, আপুনি বিক্ৰমাদিত্য ৰজা। এদিন মই আপোনাক উজ্জয়িনীত দেখিছিলোঁ। আপোনাৰ কথা মোৰ মনত বেচকৈ আছে। বিক্ৰমাদিত্যই ক'লে, যোগীবৰ, মোৰ একান্ত ইচ্ছা পৃথিৱী ভ্ৰমণ কৰি তীৰ্থক্ষেত্ৰ আশ্চৰ্য্য বস্তু আৰু সৎলোক দৰ্শন কৰা।

ৰজাৰ কথা শুনি অবধুতসাৰে ক'লে, হে মহাৰাজ, আপুনি এজন বিচক্ষণ পুৰুষ হৈ প্ৰমত্তৰদৰে তীৰ্থাদি দৰ্শন কৰিবলৈ আগমন কৰিছে? ৰাজ্যত যদি বিদ্ৰোহ ঘটে তেতিয়া আপুনি কি কৰিব? ৰজাই ক'লে, মই ৰাজ্যৰ ভাৰ মন্ত্ৰীৰ হাতত গতাই দি আহিছোঁ। যোগীয়ে ক'লে, মহাৰাজ, আপুনি নীতি-শাস্ত্ৰৰ কথা উলঙ্ঘা কৰিছে। এইটো জনাজাত কথা যে যিসকল ৰজাই নিযুক্ত ব্যক্তিসকলৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি পৃথিৱী ভ্ৰমণত আসক্ত হয় তেনে মূঢ়মতি ৰজাসকলৰ জ্ঞান মেকুৰীৰ আগত গাখীৰৰ পিয়লা দি শুই থকাৰ নিচিনা। আনফালে ৰাজ্য নিজৰ বংশৰ ভিতৰত হস্তান্তৰ হ'লেও উপেক্ষা কৰা কৰ্তব্য নহয়, বৰঞ্চ তেনে ৰাজ্যক পুনৰ সুদৃঢ় কৰাটোহে একান্ত বাঞ্ছনীয়; আৰু কৃষিকাৰ্য্য বিদ্যা, বণিক ভাৰ্য্যা, নিজধন আৰু ৰাজ্য ফেঁটী সাপৰ মুখৰদৰে সুদৃঢ় কৰা একান্ত কৰ্তব্য। এইবিলাক অনৰ্থক কথা। দৈব্য বলহে এই বিষয়ত বলবান হয়। সকলো আৱশ্যকীয় ঐশ্বৰ্য্যশালী সম্পন্ন ৰাজ্যত যোগ্য বিদ্যাৱন্ত পুৰুষ বিদ্যমান থাকিলেও দৈব-দুৰ্বিপাকত সকলো পৰাভব হয়। শাস্ত্ৰত কোৱা আছে: "বৃহস্পতি যাৰ নায়ক, বজ্ৰ যাৰ অস্ত্ৰ, অসুৰবিলাক যাৰ সৈন্য, স্বৰ্গ যাৰ দুৰ্গ, যাৰ প্ৰতি হৰিৰ অনুগ্ৰহ, ঐৰাৱত যাৰ বাহন এনে আশ্চৰ্য্য পৰাক্ৰম বলশক্তি থকাটো দেৱৰাজ ইন্দ্ৰ বলবান শত্ৰুৰ হাতত পৰাষ্ট হৈ ৰণক্ষেত্ৰৰপৰা পলায়ন কৰিছিল। আৰু



দেখক, সুন্দৰ চেহেৰা অথবা হৃষ্ট-পুষ্ট বলবান শৰীৰ, কুল, শীল, বা কোনো বিষয়ৰ বাসনা আৰু যত্নেৰে কৰা সেৱা এই বিলাকৰ কোনোটোৱেই বলবান নহয়। পুৰুষসকলৰ পূৰ্বজন্মৰ কৰ্মফল তপস্যাদিৰ ফলত সকলো ভাগ্য ঐশ্বৰ্য্য বিভূতি গছৰ গুটিৰদৰে যথাসময়ত ভাগ্য উদয় হয়। যুদ্ধক্ষেত্ৰত ইন্দ্ৰৰ ঐৰাৱতৰ দাঁত আকুঞ্চিত হৈছিল, পিনাকপানিৰ পৰশুৰ ধাৰ আহত হৈ কুণ্ঠিত হৈছিল, সেই বক্ষঃস্থল নৃসিংহৰ নখৰ দ্বাৰাই বিদীৰ্ণ হ'ল। গতিকে দেখক দৈব্য দুৰ্বল হ'লে সাধাৰণ খেৰৰ কুটাদালো বজ্ৰতুল্য হয়। বৰগছত থকা যক্ষবিলাকে যি দিয়ে তাকেই হৰণ কৰে। গতিকে, হে যোগীবৰ, তুমি চাউল চতিয়াই দিয়া যিটো হ'বলগীয়া আছে অৱশ্যেই সেইটো হ'ব। যোগীয়ে ক'লে, সেইটো কেনে ধৰণৰ কথা। ৰজাই ক'লে, নন্দিপৰ্বতবৰ্ধন নামেৰে এখন নগৰত এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁ এজন ধৰ্মপৰায়ণ ৰজা আছিল। দেৱতা আৰু ব্ৰাহ্মণসকলক ভক্তি কৰিছিল। কিন্তু কি হ'ব? বিধিৰ কি বিৰম্বনা। এসময়ত তেওঁৰ শত্ৰুবিলাকে একগোট হৈ তেওঁৰ লগত বিদ্ৰোহ কৰি ৰাজ্য দখল কৰি তেওঁক ৰাণীৰে সৈতে নগৰৰপৰা নিৰ্বাসিত কৰিলে। ৰাজ্যভ্ৰষ্ট হোৱাৰ পিছত ৰজা, ৰাণী আৰু ৰাজপুত্ৰ তিনিও দেশ-দেশান্তৰ ভ্ৰমণ কৰি আহি এদিন এখন নগৰৰ বাহিৰত থকা উদ্যানত উপস্থিত হ'লহি। তেতিয়া বেলি মাৰ গ'ল। ৰজা, ৰাণী আৰু ৰাজপুত্ৰ এজোপা গছৰ তলত বিশ্ৰাম কৰিলে। সেই গছজোপাৰ ওপৰত পাঁচোটা চৰায়ে বাস কৰিছিল। সিহঁতৰ ভিতৰৰ এটা চৰায়ে মাত লগালে, এই নগৰৰ ৰজাজন স্বৰ্গী হ'ল। এতিয়া ইয়াত কোন ৰজা হ'ব? দ্বিতীয়টো চৰায়ে মাত লগালে, এই গছজোপাৰ তলত যিজন ৰজাই জিৰণি লৈছে তেওঁৱেই ৰজা হ'ব। তৃতীয়টো চৰায়ে মাত লগালে, বৰ ভাল কথা, সেয়ে হওক। ৰজাই চৰাইকেটাৰ কথা শুনিলে। ৰাতি পুৱাল। বেলি ওলাল। ৰজাই স্নান কৰি সন্ধ্যা উপাসনা কৰাৰ পিছত সূৰ্য্যাৰ্ঘ প্ৰদান কৰি সূৰ্য্য-নমস্কাৰ কৰি ৰাজ বাটেদি ওলাই আহিল।

সেই সময়ত ৰজাৰ অবধাৰণৰ কাৰণে মন্ত্ৰীসকলে নিযুক্ত কৰি থোৱা এজনী যামিনীয়ে ৰজাৰ ফালে আগবাঢ়ি আহি তেওঁৰ ডিঙিত মালা পিন্ধাই ৰাজভৱনলৈ ৰজা পাতিবলৈ লৈ গ'ল। মন্ত্ৰীসকলে ৰাজশেখৰক অভিষেক কৰি সেই নগৰৰ ৰজা পাতিলে। ইতিমধ্যে বিপক্ষদলৰ ৰজাসকলে মন্ত্ৰণা কৰি ৰাজশেখৰকে সিংহাসনৰপৰা নমাবলৈ আহি নগৰত প্ৰবেশ কৰিলে। সেই সময়ত ৰজাই ৰাণীৰ লগত ৰাজভৱনত পাশা খেলি আছিল। ৰাণীয়ে ক'লে, হে স্বামী, বিপক্ষৰ ৰজাসকলে নগৰ ঘেৰাও কৰিছে। তেওঁলোকে ৰাতিপুৱাতে নগৰ দখল কৰি আমাকো বন্দী কৰিব। ৰজাই ক'লে, হে প্ৰিয়ে, যত্ন আৰু চেষ্টা কৰিলে কি কৰিবা ? যেতিয়া দৈব্য অনুকূল হয় সকলো কাৰ্য্য নাৰিকল ফলৰ মাজত পানী হোৱাদি স্বাভাৱিকতে ভাগ্য উদয় হয় ; আৰু যেতিয়া দৈব্য প্ৰতিকূল হয় তেতিয়া সকলো কাৰ্য্য বৰফৰ পানীৰদৰে গলি যায়। দৈব্যই উন্নতি আৰু অধোন্নতিৰ কাৰণ। তুমি মন কৰাচোন যেতিয়া মই ৰাজ্যচ্যুত হৈ নিৰ্বাসিত হলোঁ তেতিয়া কত কষ্ট, কত বিপদে আমাক সৰ্বস্বান্ত কৰিলে তাক বৰ্ণনা কৰিব নোৱাৰি। যেতিয়া মই গছৰ তলত বহি আছিলোঁ তেতিয়া দৈব্যৰ ফলতে মই ৰাজ্য লাভ কৰিছিলোঁ। তেতিয়া তেওঁৱেই চিন্তা কৰিছিল। এই সকলোবিলাক আমাৰ ওপৰত পৰিছে। আমাৰ ভাগ্য যি হয় তেওঁৱেই অৰ্থাৎ দৈব্যই চিন্তা কৰক। ৰজাৰ কথা শুনি যিজনে তেওঁক ৰাজ্যদান দিছিল তেৱেঁই ঘোৰ চিন্তাত পৰিল। তেওঁ ক'লে, মই এই ৰাজশেখৰক বিশ্বৰাজ্য দান দিছিলোঁ, এতিয়া যদি মই ৰাজ্য ৰক্ষা নকৰোঁ মোৰ সকলো যত্ন বিফল হ'ব। ইয়াকে বিচাৰ কৰি দৈব্যই ভয়ঙ্কৰ ৰূপ ধৰি শত্ৰুবিলাকক তৰ্জন-গৰ্জন কৰিবলৈ ধৰিলে। বিপক্ষৰ ৰজাসকল ভয়তে পৰাজয় মানিলে। তেতিয়াৰপৰা ৰাজশেখৰে নিষ্কণ্টক হৈ ৰাজ্যভোগ কৰিবলৈ ধৰিলে। বিক্ৰমাদিত্যই এইদৰে কোৱাত যোগীৰাজে অতিশয় সন্তোষ পালে আৰু ৰজাক এটা কাশ্মীৰ লিঙ্গ প্ৰদান কৰিলে। ক'লে, হে ৰজা, এই



কাশ্মীৰ লিঙ্গ চিন্তামনিৰদৰে। আপুনি যিহকে চিন্তা কৰে এই লিঙ্গই তাকে প্ৰদান কৰিব। ৰজাই তথাস্তু বুলি কাশ্মীৰ লিঙ্গ গ্ৰহণ কৰি ৰাজবাটেদি আহোতে হঠাৎ এজন ব্ৰাহ্মণ আহি ৰজাৰ আগত উপস্থিত হ'ল আৰু তেওঁ ক'লে, হে ৰজা, মোৰ শিৱলিঙ্গ পূজাৰ বিধি আছে। মোৰ শিৱলিঙ্গ বাটত পৰি ক'ৰবাত হেৰাল। সেই কাৰণে তিনিদিন উপবাসে আছোঁ। এই শিৱলিঙ্গ মোক দিয়ক। ৰজা বিক্ৰমাদিত্যই ব্ৰাহ্মণক কাশ্মীৰ লিঙ্গ প্ৰদান কৰি নিজৰ নগৰলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা ! আপোনাৰ যদি এনে উদাৰতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ভোজৰাজ মৌন হৈ বহি থাকিল।

চতুৰ্দশ উপাখ্যান সমাপ্ত

## ॥ পঞ্চদশ উপাখ্যান ॥

ভোজৰাজক আকৌ আন এটা পুতলাই ক'লে, হে মহাৰাজ ! শ্ৰৱণ কৰক। বিক্ৰমাদিত্য ৰজাৰ বসুমিত্ৰ নামেৰে সকলো শাস্ত্ৰত অভিজ্ঞতা থকা, ৰজাৰ অত্যন্ত প্ৰিয় পৰোপকাৰী ঐশ্বৰ্য্যশালী সভাগুৰনি এজন পুৰোহিত আছিল। তেওঁ এদিন মনে মনে ভাবিলে গঙ্গাস্নান নকৰিলে উপাৰ্জিত পাপৰ ফলৰপৰা উদ্ধাৰ হ'ব নোৱাৰি। তীৰ্থস্থানতকৈ উৎকৃষ্ট ধৰ্ম আৰু একো নাই। জীৱবিলাকে তপস্যা, ব্ৰহ্মচৰ্য্য, যজ্ঞ অথবা দানৰ দ্বাৰাই সুগতি লাভ কৰিব নোৱাৰিলে গঙ্গাৰ সেৱা কৰি সদ্‌গতি লাভ কৰিব পাৰে। নিয়তচিত্ত ব্যক্তিয়ে পৰম পবিত্ৰ গঙ্গাজলত স্নান কৰি যেনেকৈ শুচি হয় শত শত যজ্ঞৰ দ্বাৰাইও তেনে শুদ্ধিলাভ কৰিব নোৱাৰে। সূৰ্য্যই যেনেকৈ ঘোপমৰা এন্ধাৰ দূৰ কৰি উদয় হয় সেইদৰে গঙ্গাস্নান কৰা লোকসকলেও সকলো পাপৰপৰা মুক্ত হৈ পৰম পদলাভ কৰে। যিলোকে সূৰ্য্যৰ

কিৰণত তপত হোৱা পানী পান কৰে, গব্য পান কৰি পাপৰপৰা মুক্ত হয়। যিজনে সহস্ৰ চান্দ্ৰায়ন ব্ৰত পালন কৰি শৰীৰ শুদ্ধ কৰিছে তেওঁ কেৱলমাত্ৰ গঙ্গাজল পান কৰিলেও তাৰ সমান ফলভোগী হ'ব পাৰে। তুলাত যেনেকৈ অগ্নিসংযোগ হ'লে বিনষ্ট হয়, গঙ্গাৰ প্ৰবাহৰ দ্বাৰাইও সেইদৰে সকলো পাপ নাশ হয়। দুখ-শোকত জৰ্জৰিত হোৱা মানুহৰ কথা অনুসন্ধান কৰিলে জনা যায় যে তেওঁলোকৰ গঙ্গা-স্নানৰ বাহিৰে অন্য গতি নাই। চৰিত্ৰহীন পাপী মানুহো নৰকত পতিত হ'লে গঙ্গাৰ সোঁতাত তেওঁলোকো নৰকৰপৰা উদ্ধাৰ হ'ব পাৰে। যিজনে গঙ্গাস্নান কৰে তেওঁ স্বৰ্গৰ উপৰি সাতপুৰুষ আৰু মৰ্ত্যৰ সাতপুৰুষ পৰ্য্যন্ত উদ্ধাৰ কৰিব পাৰে। গঙ্গাৰ দৰ্শন, স্পৰ্শন, স্নান আৰু গঙ্গানাম কীৰ্তনৰ দ্বাৰাই শত শত, সহস্ৰ সহস্ৰ পুৰুষ উদ্ধাৰ হয়। যিসকল জন্মান্ধ আৰু পশুতুল্য তেওঁলোকে পাপনাশিনী গঙ্গাৰ গঙ্গাক দৰ্শন কৰিব নোৱাৰে। এইদৰে মনত গুণা-গথা কৰি বসুমিত্ৰ বাৰাণসীলৈ গৈ বিশ্বেশ্বৰক দৰ্শন কৰি পুনৰ প্ৰয়াগত মাঘীস্নান কৰি নিজ ঘৰলৈ উভটি আহিল।

তেওঁ উভটি আহোতে এখন নগৰত দেখিলে যে এজনী শাপভ্ৰষ্টা অসুৰৰ তিৰোতাই নগৰত ৰাজত্ব কৰিছে। তাই স্বামীহীনা। নগৰত লক্ষ্মীনাৰায়ণৰ এটা সুবৃহৎ প্ৰাসাদ আৰু এখন বিবাহ মণ্ডপ সজা আছে। প্ৰাসাদৰ দুৱাৰ মুখত এখন ডাঙৰ কেৰাহিত তেল তপতোৱা হৈছে। প্ৰাসাদত থকা কৰ্মচাৰীসকলে ঘোষণা কৰিলে যে "দেশ-দেশান্তৰ ভ্ৰমণ কৰি অহা পুৰুষসকলৰ ভিতৰৰ যেয়ে তপত তেলৰ কেৰাহিত ডুব দিব পাৰিব তেওঁক এই নগৰৰ মন্মথ সঞ্জীৱনী নামৰ অপেশ্বৰীয়ে তেওঁৰ কণ্ঠত মালা সমৰ্পণ কৰিব। এইবিলাক দৰ্শন কৰি বসুমিত্ৰ নিজ নগৰলৈ উভটি গ'ল। বসুমিত্ৰই তীৰ্থ ভ্ৰমণ কৰি নিৰাপদে ঘৰ পোৱাত সকলো বন্ধুবান্ধৱে আনন্দ পালে। ৰাতিপুৱা বসুমিত্ৰই ৰজাক সাক্ষাৎ কৰি গঙ্গাজল আৰু বিশ্বেশ্বৰ মন্দিৰৰ প্ৰসাদ প্ৰদান কৰি ৰাজসভাত আসন গ্ৰহণ কৰিলে।



ৰজাই বসুমিত্ৰক সুধিলে, হেৰা বসুমিত্ৰ, তুমি নিৰাপদে তীৰ্থ ভ্ৰমণ কৰি ঘৰ পালাহি? তেওঁ ক'লে, প্ৰভু, আপোনাৰ আশীৰ্বাদত তীৰ্থ ভ্ৰমণ কৰি নিৰাপদে ঘৰ পালোঁহি। ৰজাই তেওঁক সুধিলে, বসুমিত্ৰ, তুমি দেশ ভ্ৰমণ কৰি ক'ৰবাত কিবা আশ্চৰ্য্য বস্তু দেখিলা নে? তেতিয়া তেওঁ ৰজাক অসুৰৰ তিৰোতা আৰু কেৰাহিত তপতোৱা তেলৰ কথা আদ্যোপান্ত বৰ্ণনা কৰি কলে।

ইয়াৰ পিছত ৰজাই বসুমিত্ৰৰ লগত তালৈ গৈ লক্ষ্মীনাৰায়ণক প্ৰণাম কৰি তেলৰ কেৰাহিত জাপ দি পৰিল। ৰজা তপত তেলৰ কেৰাহিত পৰা দেখি সকলোৱে হাহাকাৰ কৰিবলৈ ধৰিলে। তপত কেৰাহিত তপত তেলত পৰি ৰজাৰ শৰীৰ এটুকুৰা মাংসপিণ্ডত পৰিণত হ'ল। তেতিয়া মন্মথ সঞ্জীৱনীয়ে অমৃত আনি মাংসপিণ্ড অভিষেক কৰিলে। ৰজাৰ মাংসপিণ্ড তেতিয়া দিব্য ৰূপধাৰী এজন পুৰুষ হ'ল। ইয়াৰ পিছত যেতিয়া অসুৰৰ তিৰোতাই মন্মথ সঞ্জীৱনীয়ে ৰজাৰ কণ্ঠত মালা পিন্ধাবলৈ উদ্যত হ'ল, তেতিয়া ৰজাই ক'লে, হেৰা মন্মথ সঞ্জীৱনী, যদি তুমি মোৰ হোৱা তেতিয়াহ'লে তুমি মোৰ কথা শুনা। তাই ক'লে, প্ৰভু! কওক আপুনি যিহকে আদেশ কৰে মই তাক আখৰে আখৰে পালন কৰিম। ৰজাই ক'লে, যদি মোৰ বাক্য পালন কৰা তেতিয়াহ'লে আমাৰ ৰাজ-পুৰোহিত বসুমিত্ৰক স্বামী বৰণ কৰা। মন্মথ সঞ্জীৱনীয়ে ৰজাৰ আজ্ঞা পালন কৰি ৰাজপুৰোহিত বসুমিত্ৰৰ কণ্ঠত মালা পিন্ধাই তেওঁক বিবাহ কৰালে। ৰজা নিজ নগৰলৈ উভটি গ'ল।

এই কথা কৈ ভোজৰজাক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে ধৈৰ্য্যগুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ বহি ৰহিল।

পঞ্চদশ উপাখ্যান সমাপ্ত

## ॥ ষোড়শ উপাখ্যান ॥

ভোজৰাজক আকৌ আন এটা পুতলাই ক'লে, মহাৰাজ শুনক। এসময়ত বিক্ৰমাদিত্যই দিগ্‌বিজয়ৰ কাৰণে ৰাজ্যৰপৰা ওলাই পূব, পশ্চিম, উত্তৰ, দক্ষিণলৈকে দেশভ্ৰমণ কৰি সেই দেশৰ সকলো ৰজাক কৰতলীয়া কৰিলে। ৰাজসকলে তেখেতক দিয়া সকলো উপঢৌকন আৰু আনৰপৰা পোৱা উপহাৰৰ সকলো বয়-বস্তু গ্ৰহণ কৰি পুনৰায় ৰজাসকলক নিজ নিজ পদত স্থাপন কৰি নিজ নগৰলৈ উভটি গ'ল।

নগৰ প্ৰবেশ কৰিবৰ সময়ত এজন দৈৱজ্ঞই ৰজাক আগবাঢ়ি আহি ক'লে, হে মহাৰাজ, এই চাৰিদিনৰ ভিতৰত নগৰ প্ৰবেশ কৰিবলৈ শুভক্ষণ নাই। তেখেতৰ কথা শুনি ৰজাই গাঁওৰ বাহিৰৰ উদ্যানৰ মাজত সাধাৰণ এটা পৰ্ণকুটীৰ সজাই তাতে কোনোৰকম চাৰিদিন কটালে। সেই সময়ত ঋতুৰাজ বসন্তৰ আগমনৰ সময়। বসন্তকালৰ শোভা দেখি সুমন্ত্ৰী নামৰ এজন মন্ত্ৰী আহি ৰজাক নিবেদন কৰিলে—"হে মহাৰাজ, ঋতুৰাজ বসন্তকাল উপস্থিত হৈছে। সেই কাৰণে আজি বসন্তৰ পূজা কৰা কৰ্তব্য। এই পূজা কৰিলে সকলো প্ৰসন্ন হ'ব আৰু সকলো ৰকমৰ অপায়-অমঙ্গল দূৰ হ'ব।" ৰজাই মন্ত্ৰীৰ কথা শুনি বসন্তৰ পূজাৰ সকলো সামগ্ৰী যা-যোগাৰ কৰিবলৈ তেওঁক আদেশ দিলে। মন্ত্ৰীয়ে মনোহৰ সভা-মণ্ডপ তৈয়াৰ কৰি বেদজ্ঞ বিচক্ষণ ব্ৰাহ্মণ, সঙ্গীত আৰু বেদশাস্ত্ৰত অভিজ্ঞ গায়ক, ইতৰ কলা কুশলা নৰ্তকী সকলক নিমন্ত্ৰণ কৰিলে। দীন-দুখীয়া, কণা, কলা, খোৰা, কুঁজা সকলোৱেই বসন্ত উৎসৱত যোগদান দিবলৈ সভা-মণ্ডপত উপস্থিত হ'লহি। সভা-মণ্ডপত লক্ষ্মীনাৰায়ণৰ প্ৰতিমা প্ৰতিষ্ঠা কৰা হ'ল। পূজাৰ কাৰণে কুস্কুম, কৰ্পূৰ, কস্তুৰি, চন্দন, অগৰু প্ৰভৃতি সুগন্ধি দ্ৰব্য-বিলাক আৰু জাতি, যুতি, মালতি, কুন্দ, পদুম, চম্পা, কেতকী প্ৰভৃতি সকলো ফুল গোটোৱা হ'ল। এইদৰে যথাবিহিত ৰজাই নিজে লক্ষ্মী-



নাৰায়ণক স্নান আৰু ষোড়শোপচাৰে পূজা কৰি ব্ৰাহ্মণ, কুল-কুশল লোকসকলক বস্ত্ৰাদি দান দি সন্মানিত কৰিলে। তাৰ পিছত সুগম সঙ্গীতৰ সুগায়ক-গায়িকাসকলে বসন্ত ৰাগৰ সঙ্গীতেৰে বসন্তৰ স্তুতিগান গাবলৈ ধৰিলে। ঋতুৰাজ বসন্তৰ আগমনী স্তুতিগান গোৱাৰ পিচত ৰজাই অতিথি আৰু গায়কবৃন্দক তামোল পান খাবলৈ দি আপ্যায়িত কৰিলে। ঠিক এনে সময়তে কোনো এজন ব্ৰাহ্মণ আহি ৰজাক আশীৰ্বাদ দি ক'লে, "পিনাকপাণীৰ পাণি গ্ৰহণৰ সময়ত সাপৰ অলঙ্কাৰ আদিৰে ভূষিত অম্বিকাৰ হাঁহিভৰা লজ্জাজনিতা আধাফুটা মাতত মিলিত হৈ উচ্চাৰণ হোৱা 'নমঃ শিৱায়' এই দুটা শব্দ আপোনাৰ মুখ মণ্ডলৰ কল্যাণদায়ী হ'ক।" তাৰ পিছত ব্ৰাহ্মণে ক'লে, হে ৰজা! মোৰ এটা নিবেদন আছে। ৰজাই ক'লে, কি নিবেদন আছে কোৱা। তেওঁ ক'লে, "মই নন্দিবৰ্ধন, নগৰবাসী এজন ব্ৰাহ্মণ। মোৰ পুত্ৰ আঠোটা; কিন্তু মোৰ কন্যা জন্ম হোৱা নাই। মই মোৰ ভাৰ্য্যাকে সৈতে জগদম্বিকাৰ সম্মুখত সংকল্প কৰিছোঁ "হে অম্বিকা, যদি মোৰ কন্যা জন্ম হয় তেতিয়া মই আপোনাৰ নামেৰে তাইৰ নাম থ'ম আৰু কন্যাৰ শৰীৰৰ ওজনৰ সমান সোণ দান দিবলৈ ইচ্ছা কৰিছোঁ।" বিক্ৰমাদিত্য ৰজাৰ বাহিৰে আন কোনো ৰজা নাই এনে দান দিব পাৰে। সেই কাৰণে মই আপোনাৰ ওচৰলৈ আহিছোঁ। ৰজাই ক'লে, বিপ্ৰবৰ! আপুনি উত্তম কাৰ্য্য কৰিছে। আপোনাৰ যিমান ধনৰ প্ৰয়োজন সিমান ধন ল'ক। ৰজাই ধন-ভঁৰালীক মাতি আনি ক'লে, ধন-ভঁৰালী, এই ব্ৰাহ্মণক এওঁৰ কন্যাৰ দেহৰ ওজনৰ সমান সোণ প্ৰদান কৰা। ধন-ভঁৰালীয়ে সেইদৰে ব্ৰাহ্মণক সোণ দান দিলে। ব্ৰাহ্মণেও অতিশয় সন্তোষ মনেৰে কন্যাৰ সৈতে নিজ ঘৰলৈ উভটি গ'ল। সেই মুহূৰ্ততে ৰজাই ৰাজভৱনত প্ৰবেশ কৰিলে।

ইয়াৰ পিছত পুতলাই ভোজৰাজক ক'লে, "হে মহাৰাজ! আপোনাৰ যদি এনে উদাৰতা আছে তেতিয়াহ'লে এই সিংহাসনত আৰোহণ কৰক।"

ষোড়শ উপাখ্যান সমাপ্ত

## ॥ সপ্তদশ উপাখ্যান ॥

পুনৰায় আন এটা পুতলাই ভোজৰাজক ক'লে, মহাৰাজ, শুনক। উদাৰতা গুণত বিক্ৰমাদিত্য ৰজাৰ তুল্য আৰু কোনো নাছিল। উদাৰতাগুণৰ দ্বাৰাই তেখেতৰ কীৰ্তি ত্ৰিভুৱনত সৰগৰীয়াকৈ বিয়পি পৰিছিল। ধনীসকলে সদায় তেখেতৰ গুণকীৰ্তন প্ৰশংসা কৰিছিল। স্বস্তিবচন সদায়েই দাতাসকলৰ প্ৰীতিৰ কাৰণে হয়; কিন্তু শূৰবীৰ সকলৰ প্ৰীতিৰ কাৰণে নহয়। শাস্ত্ৰত কৈছে যে ধনী সকলৰ কাৰণে আশীৰ্বাদ দাতাসকলৰ আনন্দৰ কাৰণে হয় আৰু প্ৰহাৰৰ কাৰণে ৰণদুন্দুভিৰ বাদ্য শূৰবীৰসকলৰ সন্তোষৰ কাৰণে হয়। বনশক্তি, ধৈৰ্য্য, জ্ঞান অনুষ্ঠানাদি গুণবিলাক সকলোৰে হয়; কিন্তু দানশীলতাগুণ সকলোৰে নহয়। পশুবিলাক গুণত মোহিত হয়। শুক চৰাইয়ে দেৱতাৰ নাম পাঠ কৰে, কিন্তু যিজনে দান কৰে তেখেত বীৰ আৰু পণ্ডিতো। কোনো কোনো মানুহ স্বভাৱতেই বীৰ। কোনো কোনো মানুহ দয়াৰ-সাগৰ; তেওঁলোক দানবীৰৰ যোলভাগৰ এভাগো নহয়। অন্যান্য গুণৰ দ্বাৰাই কি হ'ব? একমাত্ৰ দানগুণেই প্ৰশংসনীয়। এই দানগুণত পশু আৰু পাষাণ গছ-গছনিবিলাকো পূজিত হয়। মোৰ বোধ হয় দানগুণ শত শত গুণতকৈও অধিক শ্ৰেষ্ঠ। তাত যদি বিদ্যাৰ দ্বাৰাই বিভূষিত হয় তেতিয়াহ'লে সোণত সুৱগা হোৱাদি হয়। অধিক কোৱাৰ প্ৰয়োজন নাই। তাত যদি শূৰত্ব থাকে তেতিয়াহ'লে তেওঁক দূৰতে নমস্কাৰ কৰিব। এই তিনিটা মহৎগুণ বিক্ৰমাদিত্যৰ গাতেই বিদ্যমান আছিল। এদিন আন দেশৰ কোনো এজন ৰজাৰ সন্মুখত এজন স্তুতি পাঠকে বিক্ৰমাদিত্য ৰজাৰ গুণ-কীৰ্তন পাঠ কৰিছিল। স্তুতি পাঠ শুনি ৰজাই মনে মনে স্পৰ্ধাৰে স্তুতি পাঠকক ক'লে, হেৰা স্তুতি পাঠক, তুমি কি কাৰণে বিক্ৰমাদিত্য ৰজাৰ গুণ-কীৰ্তন কৰিছা? আন কোনো ৰজা নাই নে? ৰজাৰ কথা শুনি স্তুতি পাঠকে



ক'লে, হে ৰজা! দান, উপকাৰ, সাহস, বীৰত্ব বলশক্তিত সমকক্ষ হ'ব পৰা ৰজা আৰু পৃথিৱীত কোনো নাই। পৰোপকাৰৰ কাৰণে তেখেতে নিজৰ দেহৰো মমতা নকৰে। স্তুতি পাঠকৰ কথা শুনি সেই ৰজাই ক'লে, "ময়ো পৰোপকাৰ কৰিছোঁ" মনে মনে গুণাগঁথা কৰি কোনো এজন যোগীক মতাই আনি সুধিলে, হে যোগীবৰ! পৰোপকাৰ কৰিবৰ কাৰণে প্ৰতিদিনে যেনেকুৱা নতুন নতুন দ্ৰব্য লাভ হয় তাৰ কিবা উপায় আছে নে নাই? যোগীয়ে ক'লে, হে ৰজা! একো উপায় নাই। ৰজাই পুনৰ ক'লে, যদি কিবা উপায় আছে মোক কোৱা; মই সেই উপায় সাধন কৰিম। যোগীয়ে ক'লে, মহাৰাজ! কৃষ্ণা-চতুৰ্দশীৰ দিনা চৌষষ্ঠি-যোগিণী চক্ৰৰ পূজা কৰা কৰ্তব্য। পূজাৰ পিছত পুৰশ্চৰণ কৰি অগ্নিত হোম কৰিব লাগিব। পূৰ্ণাহুতি দিবৰ সময়ত নিজৰ শৰীৰে অগ্নিত হোম দিব লাগিব। তাকে কৰিলে আপোনাৰ প্ৰতি প্ৰসন্ন হৈ আপোনাক নতুন শৰীৰ প্ৰদান কৰি ক'ব। হে ৰজা, বৰ বৰণ কৰক। ৰজাই ক'ব—হে মাতৃসকল, যদি মোৰ প্ৰতি প্ৰসন্ন হৈছে তেতিয়াহ'লে মোৰ যে সাতোটা ডাঙৰ কলহ আছে সেই কেইটা সোণেৰে পৰিপূৰ্ণ কৰক। তেতিয়া যোগিনীসকলে ক'ব যে যিজনে তিনিমাহ নিজৰ শৰীৰেৰে হোম কৰিব পাৰিব তেতিয়াহ'লে আমি সাতোটা কলহ সোণেৰে পৰিপূৰ্ণ কৰিব পাৰিম। বাৰু "সেয়ে হ'ক" বুলি অনুস্থানৰ সকলো সামগ্ৰী যা-যোগাৰ কৰি প্ৰতিদিনে নিজৰ শৰীৰ অগ্নিত দি হোম কৰিবলৈ আৰম্ভ কৰিলে। এদিন ৰজা বিক্ৰমাদিত্যই সেই খবৰ পায় তালৈ আহি পূৰ্ণাহুতি দি নিজে অগ্নিত জাপ মাৰি পৰিল। ইয়াৰ পিছত যোগিনীসকলে পৰস্পৰে পৰস্পৰ ক'বলৈ ধৰিলে "আজি অন্য দেহৰ মাংস যেন লাগিছে। ই অতি ৰুচিকৰ। এওঁৰ হৃদয় মহাসাৰময় সন্দেহ নাই।" তাৰ পিছত যোগিনী-সকলে পুনৰ জীবিত কৰি ক'লে, হে মহাপুৰুষ আপুনি কোন? আপোনাৰ শৰীৰ ত্যাগৰ প্ৰয়োজন নাই। তেতিয়া বিক্ৰমাদিত্যই ক'লে, মই পৰৰ উপকাৰৰ কাৰণে মোৰ নিজৰ দেহ অগ্নিত হোম

দিছোঁ। তেতিয়া যোগিনীসকলে ক'লে, আমি প্রসন্ন হৈছোঁ। আপুনি বৰ বৰণ কৰক। বিক্ৰমাদিত্যই ক'লে, যদি মোৰ প্ৰতি সন্তোষিত হৈছে তেতিয়াহ'লে এই ৰজাই প্ৰতিদিনে মৰণৰ কাৰণে মহাকষ্ট ভোগ কৰিছে। সেইটো নিবাৰণ কৰাহঁক। এওঁৰ সাতোটা ভৰপূৰ কৰা। যোগিনীসকলে "আমি তাকে কৰিম" বুলি সাতোটা কলহ সোণেৰে ভৰপূৰ কৰিলে আৰু ৰজাও মৰণৰপৰা হাত সাৰিলে। ইয়াৰ পিছত বিক্ৰমাদিত্য ৰজা নিজ নগৰলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে পৰোপকাৰ দয়া আৰু ধৈৰ্য্যগুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ ৰহিল।

সপ্তদশ উপাখ্যান সমাপ্ত

## ॥ অষ্টাদশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ যেতিয়া সিংহাসনত বহিবলৈ গ'ল তেতিয়া আন এটা পুতলাই মাত লগালে, হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতাগুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপবেশন কৰক। ৰজাই ক'লে, নীতিমাৰ্গ কেনেকুৱা তুমি ব্যাখ্যা কৰা। পুতলাই ক'লে, হে মহাৰাজ শুনক। মণিপুৰত গোবিন্দ শৰ্মা নামেৰে এজন ব্ৰাহ্মণে তেওঁৰ পুতেকক নীতিশাস্ত্ৰ শিকাইছিল। সেই সময়ত মইও তেওঁৰ লগতে নীতিশাস্ত্ৰ শুনিছিলোঁ। সেই নীতিমাৰ্গ কেনেকুৱা শুনক। ইয়াত কৈছে: "দুৰ্জনৰ লগত বাস কৰা বুদ্ধিমানৰ কৰ্তব্য নহয়। দুৰ্জনৰ সঙ্গ অনৰ্থৰ মূল। তেওঁলোকৰ লগত সম্মিলিত হোৱাটো অনৰ্থ-পৰম্পৰাৰ হেতু আৰু তেনে সম্মিলনত সৎলোক নিন্দনীয় হয়। দেখক—ৰাৱণে ৰামচন্দ্ৰৰ ভাৰ্য্যা সীতাক হৰণ কৰিলে। কিন্তু দক্ষিণ সমুদ্ৰ ৰজা এই বিষয়ত বান্ধ খালে। এই জগতত বিনয়



আৰু যশে অসৎলোকৰ সমাগম সততে দূৰ কৰে, দুৰ্নীতি আৰু অখ্যাতি ঘনীভূত কৰে আৰু নৰক সঞ্চয় কৰে। সৎলোকৰ লগত বাস কৰা একান্ত কৰ্তব্য। সৎসঙ্গৰ তুল্য ইহলোকত উৎকৃষ্ট লাভ আৰু নাই। ই মানুহক মহৎ আনন্দ দি সৎপথৰ দুৱাৰ মুকলি কৰে। সৎসঙ্গই মানুহৰ সকলো অপবিত্ৰ ভাব হৃদয়ৰপৰা দূৰ কৰি মন পবিত্ৰ কৰে। কাৰো লগত বৈৰিতা কৰা উচিত নহয়। বিনা অপৰাধত চাকৰ-নাকৰক দন্দ দিয়া অনুচিত। গুৰুতৰ দোষৰ বাহিৰে তিৰোতাক ত্যাগ কৰিলে নৰক-ভাগী হ'ব লগীয়া হয়। কায়মনোবাক্যে আজ্ঞা প্ৰতিপালনকাৰিণী সুৰূপা সুদক্ষা সুশীলা আৰু নিৰ্দোষীতা তিৰোতাক যি লোকে পৰিত্যাগ কৰে তেওঁলোক ৰৌ-ৰৌ নৰকত পৰে। লক্ষ্মী স্থিৰেৰে থাকে সেইটো মন কৰিব নালাগে, কাৰণ তেওঁ পানীৰ দৰে চঞ্চলা। ধনদান কৰক। সৎলোকৰ লগত বাস কৰক। কাৰণ লক্ষ্মী অতিশয় বেগবতী। বতাহৰ ঘাঁত কষ্টপোৱা চাকিৰ শলাকানিৰ দৰে চঞ্চলা। তিৰোতা-সকলৰ আগত গোপন কথা ক'ব নালাগে। দান আৰু অধ্যয়ন আদিৰ বাহিৰে অযথা সময় নষ্ট কৰা অনুচিত। পিতৃ-মাতৃক একান্তভাৱে সেৱা কৰা কৰ্তব্য। চোৰৰ লগত কথা পতা উচিত নহয়। সদায় নিষ্ঠুৰ, অপ্ৰিয় অশ্ৰাব্য বাক্যেৰে উত্তৰ দিব নালাগে। অলপ খৰচৰ ঠাইত অযথা বেচি ধন ব্যয় নকৰি মিতব্যয়ী হ'ব লাগে। অলপৰপৰা অধিক ৰক্ষা কৰিব পৰা টোৱেই পণ্ডিতৰ চিন। দুখীয়াক দান কৰা কৰ্তব্য। ধৰ্মত থাকি কায়মনোবাক্যে কৰ্মৰ দ্বাৰাই পৰোপকাৰ কৰা কৰ্তব্য।" এই সকলো গুণৰ কথা সামান্যত উল্লেখ কৰিছে। ৰজা বিক্ৰমাদিত্য স্বভাৱতেই এজন নীতি-শাস্ত্ৰজ্ঞ পুৰুষ আছিল।

এইদৰে বহুকাল যোৱাৰ পাছত এদিন কোনো এজন বিদেশী মানুহ আহি ৰাজ-সভাত উপস্থিত হ'লহি। ৰজাই তেখেতক সুধিলে, হে অতিথি, আপুনি ক'ৰপৰা আহিছে? আপোনাৰ ঘৰ ক'ত? অতিথিয়ে ক'লে, মহাৰাজ! মই এজন বিদেশী লোক। মোৰ কোনো নিৰ্দিষ্ট বাসভৱন নাই। সদায় পৰিভ্ৰমণ কৰি ফুৰোঁ। ৰজাই

তেওঁক সুধিলে, আপুনি পৃথিৱী ভ্ৰমণ কৰি কি কি আচৰিত বস্তু দেখিলে? তেওঁ ক'লে, মই এটা আশ্চৰ্য্য বস্তু দেখি আহিছোঁ। ৰজাই তেওঁক কি আশ্চৰ্য্য বস্তু দেখিলে বৰ্ণনা কৰিবলৈ ক'লে। বিদেশীয়ে ক'লে, মহাৰাজ! উদয়াচলত আদিত্য দেৱতাৰ এখন মহাপ্ৰাসাদ আছে। তাৰ ওচৰেদি গঙ্গানৈ বৈ গৈছে। গঙ্গাৰ পাৰত পাপ-বিনাশক নামৰ এটা শিৱ-মন্দিৰ আছে। তাত গঙ্গাৰ প্ৰবাহৰপৰা এটা সোণৰ স্তম্ভ ওলাই। তাৰ ওপৰত নৱৰত্নখচিত এখন সিংহাসন আছে। সেই সোণৰ স্তম্ভটো বেলি ওলোৱাৰ পাছত ক্ৰমান্বয়ে ডাঙৰ হয়। আৰু দুপৰীয়া সূৰ্য্য-মণ্ডলত উপস্থিত হয়, আৰু বেলি মাৰ যোৱাৰ পাছত স্তম্ভটো নিজে নিজে উভটি আহি গঙ্গাৰ প্ৰবাহত নিমগ্ন হয়। মই এনে মহৎ আশ্চৰ্য্য দেখি আহিছোঁ। বিক্ৰমাদিত্যই বৈদেশিকৰ কথা শুনি তেখেতৰ লগত শিৱ-মন্দিৰলৈ গৈ ৰাতিটো তাতে থাকিল। ৰাতিপুৱা গঙ্গাৰ প্ৰবাহৰপৰা ৰত্ন-সিংহাসন-বিশিষ্ট হেমস্তম্ভ ওলাই আহিল। তেতিয়া বিক্ৰমাদিত্য স্তম্ভত বহিল আৰু সিংহাসনখন সূৰ্য্য-মণ্ডলৰ অভিমুখে যাত্ৰা কৰি যথাসময়ত তাত উপস্থিত হোৱাৰ লগে-লগে অগ্নিকণা তুল্য সূৰ্য্যৰ কিৰণত তেখেতৰ দেহ এটুকুৰা মাংস-পিণ্ডত পৰিণত হ'ল। ৰজাই পিণ্ডৰূপতে সূৰ্য্য-দেৱতাক স্তুতি কৰি গালে: "জগতৰ প্ৰসৱ-কৰ্তা, জগতৰ একমাত্ৰ চকু, জগতৰ উৎপত্তি, স্থিতি আৰু বিনাশৰ হেতু ত্ৰিগুণাত্মক বিৰিঞ্চি-নাৰায়ণ আৰু শঙ্কৰৰূপী সূৰ্য্যদেৱতাক নমস্কাৰ" বুলি সূৰ্য্যক নমস্কাৰ কৰিলে। তাৰ পাছত সূৰ্য্য দেৱতাই অমৃতৰ দ্বাৰাই সেই স্তম্ভক অভিষেক কৰাত ৰজাই দিব্য দেহ ধাৰণ কৰিলে। সূৰ্য্য দেৱতাই ক'লে, হে ভূপতি, আপুনি এজন মহাপুৰুষ। মোৰ এই সূৰ্য্য-মণ্ডল সকলোৰে অগম্য। আপুনি এনে অগম্য স্থানলৈ আগমন কৰাত মই আপোনাৰ প্ৰতি প্ৰসন্ন হৈছোঁ। আপুনি বৰ গ্ৰহণ কৰক। ৰজাই ক'লে, মোতকৈ আৰু শ্ৰেষ্ঠ কোন আছে? যেহেতু মুনি সকলৰো অগমনীয় এই সূৰ্য্য-মণ্ডলত পদাৰ্পণ কৰিলোঁহি সঁচাকৈয়ে মই এজন



ঐশ্বৰ্য্যশালী পুৰুষ। সূৰ্য্যদেৱতাই বিক্ৰমাদিত্য ৰজাৰ কথাত অতিশয় সন্তোষ পাই নৱৰত্ন খচিত দুটা কুণ্ডল দি ক'লে, হে ৰজা! মোৰ এই কুণ্ডল দুটা গ্ৰহণ কৰক। দুয়োটা কুণ্ডলে প্ৰতিদিনে এভাৰ এভাৰ সোণ দান দিব। ৰজাই সূৰ্য্যদেৱতাৰপৰা আনন্দ মনেৰে কুণ্ডল দুটা গ্ৰহণ কৰি তেওঁক প্ৰণাম কৰি তাৰপৰা উভটি আহি উজ্জয়িনী নগৰত উপনীত হ'লহি। তেখেত আহি উজ্জয়িনী নগৰ পোৱাৰ পাছত কোনো এজন ব্ৰাহ্মণে ৰাজবাটতে তেখেতক প্ৰণাম কৰি ক'লে, "বেদান্ত শাস্ত্ৰই যাক অখিলভুৱনব্যাপী অদ্বিতীয় পুৰুষ বুলি সন্মান কৰে, য'ত ঈশ্বৰ শব্দৰ আন কোনো অৰ্থ নহৈ অক্ষতৰূপে বিদ্যমান থাকে, মোক্ষপদ অভিলাষী লোকসকলে প্ৰাণায়ামাদিৰ দ্বাৰাই যাক হৃদয়ত দেখা পায়, সুদৃঢ় আৰু সুস্থিৰ ভক্তিযোগৰ দ্বাৰাই সুলভ সেই মহাদেৱ আপোনাৰ মঙ্গলৰ কাৰণেই হওক।"

হে মহাৰাজ, প্ৰণাম গ্ৰহণ কৰক। মই এজন অতি দৰিদ্ৰ ব্ৰাহ্মণ। মোৰ তিৰোতা কেবাগৰাকীও। সদায় ভিক্ষা কৰি ফুৰোঁ, তথাপিও পেতে-ভাতে দুবেলা দুসাজি খায় পৰিয়ালটো ভৰণ-পোষণ কৰিব নোৱাৰোঁ। মোক কিবা এটা উপায় দিয়ক।

ব্ৰাহ্মণৰ কথা শুনি ৰজাই তেওঁক কুণ্ডল দুটা দি ক'লে, এই কুণ্ডল দুটা গ্ৰহণ কৰক। দুয়োটা কুণ্ডলে আপোনাক প্ৰত্যেক দিনে এভাৰ এভাৰ সোণ দান দিব। ব্ৰাহ্মণে ৰজাৰপৰা কুণ্ডল দুটা পাই আনন্দত উত্ৰাৱল হ'ল আৰু ৰজাক প্ৰণাম কৰি নিজৰ ঘৰলৈ উভটি গ'ল।

এই বুলি পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্যৰদৰে এনে উদাৰতা সহনশীলতা গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত আৰোহণ কৰক।" পুতলাৰ কথা শুনি ৰজা মৌন হৈ ৰ'ল।

অষ্টাদশ উপাখ্যান সমাপ্ত

## ॥ উনবিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ যাওঁতে আন এটা পুতলাই ক'লে, মহাৰাজ শুনক। যদি আপোনাৰ বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতা ধৈৰ্য্য আৰু সহনশীলতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত বহক। ৰজাই ক'লে, পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা আদি গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, মহাৰাজ শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত এইবিশাল ভূমণ্ডলত সকলো প্ৰজা আনন্দত আছিল। ব্ৰাহ্মণসকল ষট্‌কৰ্মনিৰত, তিৰোতাসকল পতিব্ৰতা, পুৰুষসকল শতবৰ্ষজীৱী, গছ-গছনিবিলাক সদায় ফলেৰে পৰিপূৰ্ণ, মেঘৰ সদায় ধাৰাসাৰ বৰষুণ, পৃথিৱী সদায় শস্যপূৰ্ণ, লোকসকলৰ পাপ ভয়, অতিথিসকলৰ শুশ্ৰূষা, জীৱ-সকলৰ প্ৰতি দয়া, গুৰু-সকলৰ সেৱা, সদায় দান দিয়া প্ৰজাসকলৰ মাজত মিলাপ্ৰীতি এই সকলোবিলাক বিদ্যমান আছিল।

এদিন বিক্ৰমাদিত্য সিংহাসনত বহি আছে। ৰাজ-সভাত ৰাজ কুমাৰসকল উপস্থিত হৈ কোনোৱেবা স্তুতি পাঠ, কোনোৱেবা নিজৰ নিজৰ বংশাৱলী পাঠ কৰিছে, কোনো কোনো উদ্ধত স্বভাৱৰ ৰাজকুমাৰ-সকলে নিজৰ বাহুবলৰ প্ৰশংসা কৰিছে, ছাবিশ প্ৰকাৰৰ দণ্ড-বিধানত অভিজ্ঞতা থকা কোনো কোনো ৰাজ-কোঁৱৰসকলে পৰস্পৰে পৰস্পৰক উপহাস কৰিছে। তাৰোপৰি তেওঁলোকৰ কোনো কোনোৱে শৰণাগতৰ প্ৰতিপালনৰ চিন্তাতে মগ্ন। কোনো কোনো ৰাজকুমাৰে পাৰলৌকিক সাধনাত তৎপৰ। কোনোৱেবা ধন সংগ্ৰহ কৰাৰ কথা, এইদৰেই নিজৰ নিজৰ অভিৰুচি মতে কথা-বতৰা পাতি বহি আছে। এনে সময়তে হঠাৎ এজন চিকাৰি ৰাজসভালৈ আহি ৰজাক অষ্টাঙ্গে প্ৰণাম কৰি নিবেদন কৰিলে, হে মহাৰাজ! অৰণ্যৰ মাজত অঞ্জনপৰ্বতৰ সমান এটা বৰাগাহৰি ওলাইছে, আপুনি



সোনকালে আহি তাক দৰ্শন কৰক। তাৰ কথা শুনি ৰজা ৰাজকুমাৰ সকলৰ লগত অৰণ্যলৈ গৈ নৈৰ পাৰৰ নিকুঞ্জ বনৰ মাজত বৰাগাহৰিটো দেখা পালে। সি বীৰসকলৰ কোলাহল শুনি নিকুঞ্জবনৰপৰা ওলাই আহিল। ইয়াৰ পাছত বিক্ৰমাদিত্যই কুমাৰসকলক ছাবিশ প্ৰকাৰৰ কাঁড় চলোৱাৰ কৌশল নিজ হাতেৰে মাৰি দেখুৱাই ছাবিশটা কাঁড় বৰাগাহৰিটোৰ গাত মাৰি তাক থকাসৰকা কৰিলে। সি ছাবিশটা কাঁড়ৰ খোঁচলৈ কেৰেপকে নকৰি পৰ্বতৰ গুহাত সোমাই থাকিল। ৰজাই তাৰ পিছে পিছে অনুসৰণ কৰি ঘোপমৰা এন্ধাৰত কিছুদূৰ গৈ এখন ডাঙৰ আলোকময় ঠাই দেখিবলৈ পালে। তাৰপৰা অলপ দূৰত সুবৰ্ণময় প্ৰাচীৰ বিশিষ্ট শ্বেতবৰ্ণ আকাশস্পৰ্শী প্ৰাসাদ সমন্বিত এখন নগৰ দেখা পালে। নগৰখন দেৱালয় আৰু উপবন আদিৰ দ্বাৰাই সুশোভিত সকলো বস্তুৰে পৰিপূৰ্ণ বহুত বিলাসিতা ঐশ্বৰ্য্যশালী জন-সাধাৰণৰ বসতিত মনোহৰ হৈছিল। ৰজা তালৈ গৈ যেতিয়া বজাৰৰ পথত প্ৰবেশ কৰিলে তেতিয়া তেখেত অতিশয় মনোহৰ মণ্ডপবিশিষ্ট এটা ৰাজভৱন দৰ্শন কৰিলে। তাত বিৰোচনৰ পুত্ৰ বলিএ ৰাজত্ব কৰিছিল। বিক্ৰমাদিত্য ৰাজকাৰেঙত প্ৰবেশ কৰাৰ লগে লগেই বলিৰজা সিংহাসনৰপৰা নামি আহি তেখেতক আলিঙ্গন কৰি এখন অতি মনোহৰ সিংহাসনত বহুৱাই সম্ভাষণ কৰিলে, প্ৰভু আপুনি ক'ৰপৰা আহিছে ?

বিক্ৰমাদিত্যই ক'লে, মই আপোনাক দৰ্শন কৰিবৰ কাৰণে ইয়ালৈ আহিছোঁ। বলিৰজাই ক'লে, আজি আমাৰ বংশ পবিত্ৰ হ'ল। বহুত পুণ্যকৰ্মৰ ফলত আপোনাৰ আমাৰ ৰাজভৱনলৈ আগমন হৈছে। আপোনাৰও পাদস্পৰ্শত আমাৰ এই ৰাজভৱন প্ৰশংসনীয় আৰু পবিত্ৰ হ'ল। বিক্ৰমাদিত্যই ক'লে, হে ৰজা, আপোনাৰ অন্তঃকৰণ পবিত্ৰ আৰু জন্ম সাৰ্থক। বৈকুণ্ঠপতি নাৰায়ণ আপোনাৰ ৰাজভৱনত সদায় বাস কৰিছে। বলিএই ক'লে, হে প্ৰভু! আপোনাৰ আগমনৰ কাৰণ কি ? বিক্ৰমাদিত্যই ক'লে, হে দানবেন্দ্ৰ, মই আপোনাৰ দৰ্শনাৰ্থী

হৈয়ে ইয়ালৈ আহিছোঁ, অন্য কোনো কাৰণ নাই। বলিএ ক'লে, আপুনি যদি মোৰ প্ৰতি মিত্ৰভাব লৈ ইয়ালৈ আহিছে তেতিয়াহ'লে কৃপাকৰি মোক কোনো বস্তু প্ৰাৰ্থনা কৰক। বিক্ৰমাদিত্যই ক'লে, মোৰ কোনো অভাব নাই। আপোনাৰ আশীৰ্বাদত মোৰ সকলো আছে। বলিএ ক'লে, মই আপোনাৰ অভাবৰ কথা কোৱা নাই, কিন্তু যি হয় কিবা অলপ দিবলৈ ইচ্ছা প্ৰকাশ কৰিছোঁ। যেহেতু জ্ঞানী লোকে কৈছে, দান দিয়া, দান লোৱা, গোপন কথা কোৱা, সোধ-পোছ কৰা, ভোজন কৰা আৰু ভোজন কৰোৱা এই ছয় প্ৰকাৰেই প্ৰীতিৰ লক্ষণ। উপকাৰ নকৰিলে কেতিয়াও কাৰো প্ৰীতিৰ সঞ্চাৰ নহয়। উপযাচক হৈ দান কৰিলে দেৱতাসকলে অভীষ্ট পূৰণ কৰে। সদায় দান কৰিলে বিবেকহীন পশুবিলাক পুত্ৰতকৈও মৰমীয়াল হয়, আৰু খলত দান দিলেও অথলে নেযায়। মন কৰক পোৱালী মৰা মাইকী ম'হেও সদায় গাখীৰ দিয়ে। ইয়াকে কৈ বলিৰজাই বিক্ৰমাদিত্যক 'ৰস' আৰু 'ৰসায়ন' দুয়োটা বস্তু দান দিলে।

ইয়াৰ পাছত বিক্ৰমাদিত্য বলি ৰজাৰপৰা বিদায় গ্ৰহণ কৰি ঘোঁৰাত উঠি ৰাজবাটেদি আহোতে এজন দৰিদ্ৰ ব্ৰাহ্মণে পুতেকৰ সৈতে ৰজাক আশীৰ্বাদ দিলে—"দিন-দয়াশীল দামোদৰে আপোনাৰ মঙ্গল কৰক।" হে মহাৰাজ, প্ৰণাম গ্ৰহণ কৰক, "মই অতি দাল-দৰিদ্ৰ, পীড়িত, পৰিবাৰসহ ল'ৰা-ছোৱালী বহুত, দুবেলা দুসাজি পেটে ভাতে খায় পৰিয়ালৰ ভৰণ-পোষণ দিব নোৱাৰোঁ। মোক এনে এটা বস্তু দিয়ক যাৰ দ্বাৰাই আমি সপৰিয়ালে দুবেলা-দুসাজি মুখেৰে খাব পাৰোঁ।" ৰজাই ক'লে, হে ব্ৰাহ্মণ, বৰ্তমান মোৰ হাতত পাতি পইচা এটাও নাই; কিন্তু 'ৰস' আৰু 'ৰসায়ন' বোলা দুটা অপূৰ্ব বস্তু আছে। এই ৰসৰ সংযোগত সকলো ধাতু সোণত পৰিণত হয়, আৰু যিজনে ৰসায়ন সেৱন কৰে তেওঁ অমৰ হয়। এই দুটাৰ ভিতৰৰ যেই এটা আপুনি গ্ৰহণ কৰক। তেতিয়া ব্ৰাহ্মণে ক'লে, যিটো 'ৰসায়ন' খালে অমৰ হ'ব পাৰি সেইটোকে মোক দিয়ক। ব্ৰাহ্মণৰ পুতেকে ক'লে,



'ৰসায়ন' ললে কি উপকাৰ হ'ব? এনেয়ে আমি ছাল-ছিগা ভিকহু, ৰসায়ন খায় অমৰ হ'বলৈ হ'লে গোটেই জীৱন দৰিদ্ৰতাতে কটাব লাগিব। যি ৰসৰ সংযোগত সকলো ধাতু সোণ হয় সেই ৰসকে গ্ৰহণ কৰা কৰ্তব্য। বিক্ৰমাদিত্যই বাপেক পুতেক উভয়ৰে ভিতৰত বিবাদ দেখি 'ৰস' আৰু 'ৰসায়ন' দুয়োটা অপূৰ্ব বস্তু তেওঁলোকক দান দিলে। ইয়াৰ পাছত ব্ৰাহ্মণে ৰজাক স্তুতি প্ৰাৰ্থনা কৰি নিজ ঘৰলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্যৰদৰে এনে সহিষ্ণুতা আৰু উদাৰতা গুণ আছে তেতিয়া-হ'লে আপুনি এই সিংহাসনত আৰোহণ কৰিব পাৰে।" ভোজৰাজ মৌন হৈ থাকিল।

উনবিংশ উপাখ্যান সমাপ্ত

## ॥ বিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজক আন এটা পুতলাই ক'লে, মহাৰাজ শুনক। হে ৰজা, আপোনাৰ যদি বিক্ৰমাদিত্যৰদৰে উদাৰতা ধৈৰ্য্যাদি গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক। ভোজৰাজে ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা ধৈৰ্য্যশীলতা আদি গুণ-বিলাক বৰ্ণনা কৰা। পুতলাই ক'লে, মহাৰাজ শুনক। বিক্ৰমাদিত্যই ছমাহ ৰাজত্ব কৰে আৰু ছমাহ বিদেশ ভ্ৰমণ কৰে। এসময়ত তেখেতে নানা দেশ পৰিভ্ৰমণ কৰি পদ্মালয় নামৰ এখন নগৰত উপস্থিত হ'লহি। সেই নগৰৰ বাহিৰত থকা উদ্যানৰ ওচৰত নিৰ্মল পানীৰ এখন সৰোবৰ দেখি ৰজাই তাৰে পানী খায় অলপ জিৰণি লৈছিল। সেই সময়তে অন্যান্য ঠাইৰ কোনো বৈদেশিক আহি সৰোবৰৰ পাৰতে পানী খাবলৈ বহিল। ইয়াৰ পাছত তেখেত সকলে পৰস্পৰে পৰস্পৰৰ বংশৰ কথা কবলৈ আৰম্ভ কৰিলে। অহ! আমি বহুত দেশ ভ্ৰমণ

কৰিলোঁ। অনেক তীৰ্থ-ক্ষেত্ৰও দৰ্শন কৰিলোঁ। অতিশয় দুৰ্গম স্থান আৰু আন কোনোৱে ৰ্গাব নোৱৰা অগম্য পৰ্বতো বগালোঁ, কিন্তু ক'তো এজন মহাপুৰুষৰ দৰ্শন নহ'ল। এনেতে আন এজনে মাত লগালে, য'ত মহাপুৰুষ আছে তালৈ গমন কৰা অসাধ্য। কাৰণ বাট অতিশয় দুৰ্গম। বাটৰ মাজত নানা বিঘিনি হোৱাৰ সম্ভাৱনা আছে। আন কি তেনে পথত দেহ নাশ হ'বও পাৰে। উদ্যমৰ দ্বাৰা প্ৰথমতে আত্মবিনাশ হোৱাৰ ফল কোনে অনুভব কৰিব পাৰে? অতএব বুদ্ধিমান লোকে প্ৰথমে দেহ ৰক্ষা কৰিব লাগে। কোৱা আছে যে প্ৰথমে পত্নীবিয়োগ হ'লে পুনৰ লাভ হয়। ধন পুনৰ পাব পাৰি। ক্ষেত্ৰৰ কথাও একেই। শুভাশুভ কৰ্মও পুনৰ হয়; কিন্তু শৰীৰে পুনঃ পুনঃ জন্ম নলৈ এবাৰ হে জন্মলাভ কৰে। সেই কাৰণে অকাৰ্য্য কৰ্ম কৰা বুদ্ধিমান পুৰুষসকলৰ কৰ্তব্য নহয়।

শাস্ত্ৰত কৈছে: "ব্যসন অৰ্থাৎমৃগয়া, আৰিমাৰি খেলখেদা, দিনত শোৱা, লোকক নিন্দা কৰা, মদ খোৱা, বেশ্যাগমন, উদ্দেশ্যে নোহোৱাকৈ টলৌ-টলৌকৈ ঘূৰিফুৰা, ইত্যাদি কৰিব নলগীয়া কামবিলাক অতি ঘৃণনীয়। বিচক্ষণ লোকৰ যি কাম কৰিবলৈ সমৰ্থ নাই তেনে কৰ্ম কৰিবলৈ আগবঢ়া অনুচিত। পৰ্বতবিলাকো বিষম আৰু ঘোৰতৰ, তাত বহুত হিংসাকুৰীয়া জন্তু বাস কৰে। সেই কাৰণে প্ৰাজ্ঞলোকে বিপদসঙ্কুল পৰ্বতত কেতিয়াও আৰোহণ নকৰিব। ৰজাই তেওঁৰ কথা শুনি ক'লে, হে বৈদেশিক, আপুনি এনে কথা কিয় কৈছে? পুৰুষৰ যেতিয়ালৈকে সাহস আৰু পুৰুষত্ব প্ৰকাশ পাই তেতিয়ালৈকে কোনো কাৰ্য্যই দুৰ্লভ নহয়। কোৱা আছে যে সংশয়হীন, সাহসী, পুৰুষেহে দুষ্প্ৰাপ্য অভিলষিত বস্তু লাভ কৰিব পাৰে; কিন্তু এলেহুৱা মানুহে কেতিয়াও নোৱাৰে। কোৱা আছে, যে খাতত আকাশৰপৰা পানী পৰে কিন্তু পাতালৰপৰাও নিশ্চয় পানী পাব পাৰি। দৈব্য অচিন্ত্য আৰু বলৱৎ। ইহলে কত সাহসী লোকেই বলবান। কষ্ট নকৰিলে সুখ নহয়। দেখক মধুসূদনে মথনৰ পৰিশ্ৰম স্বীকাৰ কৰিয়েই লক্ষ্মীদেৱীক লাভ কৰিছিল। নৃসিংহ অৱতাৰ বিষ্ণুয়েনো কি কাৰ্য্য কৰা নাছিল? কিন্তু তেখেতে যেতিয়া সাগৰত চাৰিমাহ শোৱে তেতিয়া একোকে নকৰে।



সেই কাৰণে এলাহ কৰা উচিত নহয়। যেতিয়ালৈকে গুৰুয়ে পুৰুষাৰ্থ নকৰে তেতিয়ালৈকে তেওঁৰ ভাগ্য উদয় নহয়। সূৰ্য্যই তুলা-ৰাশিলৈ গমন কৰি নিজৰ মেঘ হৰণ কৰে। এজন মানুহে ৰজাৰ এই কথা শুনি ক'লে, হে মহাপুৰুষ, কাৰ্য্য কি সেইটো ক'ক। ৰজাই ক'লে, ইয়াৰপৰা যদি বাৰ যোজন পথ গমন কৰা হয় তেতিয়াহ'লে এই মহা অৰণ্যৰ মাজত এটা পৰ্বত পোৱা হ'ব। তাত ত্ৰিকালনাথ নামে যোগীশ্বৰ আছে। মই তালৈ যাওঁ। যদি তেখেতক দৰ্শন কৰিব পৰা হয় তেতিয়া তেখেতে সকলো মনোবাঞ্চা পূৰণ কৰিব। বৈদেশিকসকলে ক'লে, আপোনাৰ লগত আমিও যাম। ৰজাই ক'লে, নিজ ইচ্ছামতে মোৰ লগত আনন্দ মনেৰে আহক। বৈদেশিক-সকল ৰজাৰ লগত কিছুদূৰ গৈ বাট অতিশয় দুৰ্গম দেখি ৰজাক সুধিলে, হে মহাপুৰুষ! পৰ্বতলৈ আৰু কিমান দূৰ আছে? ৰজাই ক'লে, ইয়াৰ আৰু আধ যোজন আছে। পথ অগম্য যদিও তথাপি আমি যাম। ইয়াৰ পাছত তেখেতসকল আৰু ছয় যোজন আগবাঢ়ি গৈ বাটত এটা ভয়ঙ্কৰ সাপ আগভেঁটা দি মুখ মেলি বৈ থকা দেখিলে। বৈদেশিকসকলে সাপৰ ভয়ঙ্কৰ মুখমেলা মূৰ্তি দেখি ভয়ত পলাইপত্ৰং দিলে। ৰজা আগবাঢ়ি গৈ আছে। এনেতে সাপটোৱে ৰজাক মেৰপাক মাৰি গাত খোঁট মাৰি দিলে। সাপৰ খোঁটত ৰজাৰ গা বিষত জৰ্জৰিত হ'ল। তেখেতে ধৈৰ্য্য ধৰি বিষাক্ত শৰীৰ নিজৰ গাৰ কাপোৰ এটুকুৰাৰে মেৰিয়াই অতি দুৰ্গম পথ অতিক্ৰম কৰি ত্ৰিকালনাথ যোগীবৰক দৰ্শন কৰি প্ৰণাম কৰিলে। তেখেতে যোগীক দেখামাত্ৰেই সাপটোৱে ৰজাৰ গাৰপৰা মেৰ পাক খুলি ভয়ত পলাই পত্ৰং দিলে। ৰজাৰ গাৰ বিষ নাইকিয়া হ'ল। যোগীয়ে ৰজাক ক'লে, হে মহাপুৰুষ! এইস্থান মানুহৰ অগম্য আৰু বিপদজনক। আপুনি অতিশয় কষ্ট কৰি ইয়ালৈ কিয় আহিছে? ৰজাই ক'লে, হে

প্ৰভু, মই আপোনাক দৰ্শন কৰিবৰ কাৰণেই ইয়ালৈ আহিছোঁ। যোগীয়ে ক'লে, আপুনি বৰ কষ্ট পাইছে। ৰজাই ক'লে, এতিয়া একো নাই, আপোনাক দৰ্শন কৰা মাত্ৰেই মোৰ সকলো পাপ নাশ হ'ল। কষ্ট কৰি আজি মই ধন্য হৈছোঁ, যেহেতু মহৎ লোকক দৰ্শন কৰা অতি দুৰ্লভ। এইটো কোৱা আছে যে যেতিয়ালৈকে ইন্দ্ৰিয়শক্তিবিলাক নষ্ট নহয় তেতিয়ালৈকে পুৰুষসকলে সদায় হিতকৰ কাম কৰিব। যেতিয়ালৈকে এই দেহ সুস্থ থাকে আৰু জবাৱস্থা দূৰত থাকে তেতিয়ালৈকে ইন্দ্ৰিয় শক্তিবিলাক নষ্ট নহয়। যেতিয়ালৈকে আয়ুস ক্ষয় নহয় তেতিয়ালৈকে মঙ্গলৰ কাৰণে সৰ্বতোভাৱে যত্ন কৰা পুৰুষসকলৰ একান্ত কৰ্তব্য। যেতিয়া ঘৰত জুই লাগে তেতিয়া নাদ খানিবলৈ আগ বাঢ়িলে কি হ'ব? তেতিয়া যোগীয়ে ৰজাৰ কথাত সন্তোষ পাই তেখেতক এদাল পাষটি, এদাল যোগদণ্ড, আৰু এদাল কণ্ঠহাৰ প্ৰদান কৰি ক'লে, ৰজা, এই পাষটি দালেৰে মাটিত যিমান ৰেখা টনা হয় এদিনত সিমান যোজন পথ গমন কৰিব পাৰি। আৰু এই যোগদণ্ড দাল সোঁ হাতেৰে ধৰি স্পৰ্শ কৰালে মৰা সৈন্যই পুনৰ জীৱন লাভ কৰে, আৰু যদি বাঁও হাতেৰে ধৰি স্পৰ্শ কৰা হয় তেতিয়াহ'লে বিপক্ষৰ সৈন্যসকল বিনাশ হয়। আৰু এই কণ্ঠ হাৰক যি বস্তুকে খোজে সেই বস্তুকে প্ৰদান কৰিব। ৰজাই সেই তিনিওটা বস্তু গ্ৰহণ কৰি যোগীবৰক প্ৰণাম কৰি ৰাজবাটেদি যাওঁতে কোনো এজন ৰাজকুমাৰে এদম কাঠত জুই লগোৱা দেখা পালে। ৰজাই ৰাজকুমাৰক সুধিলে, হেৰা যুবক, তুমি কাঠৰ দমত কিয় জুই জ্বলাইছা? যুবকে ক'লে, মই এজন ৰাজকোঁৱৰ। শত্ৰুসকলে মোৰ ৰাজ্য দখল কৰিছে আৰু তাৰ ফলত মই দৰিদ্ৰ হৈ জীৱন ধাৰণ কৰিবলৈ অক্ষম হৈছোঁ। সেই কষ্টৰপৰা উদ্ধাৰ পাবৰ কাৰণে মই অগ্নিত প্ৰবেশ কৰি মোৰ প্ৰাণ বিসৰ্জন দিব খুজিছোঁ। তাৰ পাছত ৰজাই ৰাজকুমাৰক অভয় দি তেওঁক এদাল পাষটি, এদাল যোগদণ্ড, আৰু এদাল কণ্ঠহাৰ দি তিনিওটা বস্তুৰ গুণ কীৰ্তন কৰিলে। ৰাজকুমাৰে বস্তুকেইটি গ্ৰহণ কৰি অতিশয়



সন্তোষ পালে আৰু ৰজাক প্ৰণাম কৰি নিজৰ দেশলৈ উভটি গ'ল। বিক্ৰমাদিত্যও উজ্জয়িনীলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতা ধৈৰ্য্যাদি গুণ আছে তেতিয়াহ'লে এই সিংহাসনত আৰোহণ কৰক।" ৰজা মৌন হৈ ৰ'ল।

বিংশ উপাখ্যান সমাপ্ত

## ॥ একবিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ যেতিয়া সিংহাসনত বহিবলৈ গ'ল তেতিয়া আন এটা পুতলাই ক'লে, যাৰ বিক্ৰমাদিত্যৰদৰে সদাচাৰ, উদাৰতা, সহনশীলতা গুণ আছে তেনে পুৰুষহে এই সিংহাসনত বাহবৰ উপযুক্ত। ৰজাই ক'লে, হেৰা পুতলা, বিক্ৰমাদিত্যৰ উদাৰতা, সহিষ্ণুতা আদি গুণৰ বৰ্ণনা কৰা। পুতলাই ক'লে, ৰজা শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত বুদ্ধিসিন্ধু নামৰ এজন মন্ত্ৰী আছিল। তেওঁৰ অনৰ্গল নামেৰে এজন পুতেক আছিল। তেওঁ সদায় ঘিউ ভাত খায়। ল'ৰা কালত ধেমালী-ধুমুলা কৰি সময় কটায়, বিদ্যাশিক্ষা নকৰে। এদিন তেঁওৰ পিতাকে ক'লে, হেৰা অনৰ্গল, তুমি মোৰ ঔৰসজাত পুত্ৰ হৈ বিদ্যাশিক্ষা নকৰি জ্ঞানশূন্য মূৰ্খৰদৰে কাল যাপন কৰিছা। শাস্ত্ৰত কৈছে: "পুত্ৰহীন লোকৰ ঘৰশূন্য। বান্ধৱহীন দেশশূন্য মূৰ্খৰ হৃদয় শূন্য, আৰু দৰিদ্ৰৰ সকলো শূন্য।" তোমাৰপৰা মোৰ কোনো কাৰ্য্যই সম্পন্ন নহ'ব। যেহেতু যি পুত্ৰ বিদ্যাৱন্ত আৰু ধাৰ্মিক নহয় সেই পুত্ৰ জন্ম হ'লে তাৰ দ্বাৰাই কোনো কাৰ্য্য সিদ্ধি নহয়। যি গাই গাভিনী নহয়, গাখীৰো নিদিয়ে সেই গাই পোহাৰ কোনো প্ৰয়োজন নাই। অজাত, মৃত আৰু মূৰ্খ এই তিনিৰ ভিতৰত মৃত আৰু অজাত এই দুই পুত্ৰই ভাল যেহেতু এই দুয়োজন অলপ দুঃখৰ কাৰণেহে হয়; কিন্তু মূৰ্খ পুত্ৰই

পিতৃ-মাতৃৰ গোটেই জীৱনকে ধ্বংশ কৰে। মূৰ্খ পুত্ৰৰ জীৱন বৃথা। যিবিলাক পুত্ৰৰ দ্বাৰাই বংশৰ গৌৰৱ উজ্জ্বল নহৈ মাকৰ যৌবন বিনাশৰ কাৰণেহে হয় তেনে পুত্ৰ সকলৰপৰা কি লাভ হ'ব? পিতাকৰ কথা শুনি অনৰ্গলে অত্যন্ত বেজাৰ পালে আৰু তেওঁ বৰাগী হৈ বিদেশ ভ্ৰমণ কৰিবলৈ গুছি গ'ল। তেওঁ এজন অধ্যাপকৰ ওচৰত সকলো নীতিশাস্ত্ৰ অধ্যয়ন কৰি ঘৰলৈ উভটি আহিল। ঘূৰি আহোঁতে তেওঁ এঠাইত নিৰ্মল পানীৰ সৰোবৰ দেখা পালে। তাত পদুম ফুলৰ শোভা, চাকৈচকোৱা, পানীহাঁহ, ৰাজহাঁহ ইত্যাদি চৰাইবিলাকৰ খেল-ধেমালীৰ দৃশ্য অতি মনোৰম। তাৰ এদাঁতিত অতিশয় গৰম পানীৰ এটা পুং আছে। এই মনোৰম দৃশ্যবিলাক দেখি অনৰ্গল তাতেই থাকিল। বেলি মাৰ গ'ল। ৰাতি গৰম পানীৰ পুঙটোৰ মাজৰপৰা আঠ-গৰাকী লাৱণ্যৱতী দেৱ-কন্যা ওলাই আহি দেৱালয়ত দেৱতাক অভিষেক আৰু ষোড়শোপচাৰে পূজা কৰি নৃত্যগীতাদিৰ দ্বাৰাই সন্তোষ কৰিলে। দেৱতা প্ৰসন্ন হৈ তেওঁলোকক প্ৰসাদ প্ৰদান কৰিলে। অনৰ্গলৰ তেওঁলোকৰ লগত গৰম পানীৰ পুঙত সোমাবলৈ ইচ্ছা আছিল; কিন্তু তেওঁ গৰম পানীৰ ভয়ত পুঙত প্ৰবেশ কৰিব নোৱাৰিলে। তাৰ পাছত তেওঁ নিজৰ নগৰলৈ উভটি আহি পিতৃ-মাতৃ, বন্ধু-বান্ধৱক দেখা কৰিলে। তেওঁ বিদেশৰপৰা নিৰাপদে ঘৰ পোৱাত সকলোৱে অতিশয় আনন্দ পালে। দ্বিতীয় দিনা অনৰ্গল ৰাজ-সভালৈ গৈ ৰজাক সাক্ষাৎ কৰি প্ৰণাম কৰিলে। ৰজাই তেওঁক দেখা পাই বৰ সন্তোষ পালে। ৰজাই সুধিলে, হেৰা অনৰ্গল, তুমি ইমান দিন ক'ত আছিলা? তেওঁ ক'লে, মহাৰাজ! মই বিদ্যালাভৰ কাৰণে বিদেশলৈ গৈছিলোঁ। ৰজাই সুধিলে, তুমি ক'ৰবাত কিবা আচৰিত বস্তু দেখিলা নে? তেতিয়া অনৰ্গলে সৰোবৰৰ গৰম-পানীৰ পুং আৰু দেৱকন্যাসকলৰ কথা বৰ্ণনা কৰিলে। ৰজা অনৰ্গলৰ লগত গৰম পানীৰ পুং চাবলৈ গ'ল। বেলি মাৰ গ'ল। মাজ-ৰাতি দেৱকন্যাসকল আহি ষোড়শোপচাৰে পূজা কৰি নৃত্যাদিৰ দ্বাৰাই তেওঁলোকৰ প্ৰীতিসাধন কৰি ৰাতিপুৱা যাবলৈ ওলাওতে



এগৰাকী দেৱকন্যাই ৰজাক দেখি ক'লে, হে মহাপুৰুষ, আমাৰ নগৰলৈ আহক। তেওঁলোকৰ কথা শুনি ৰজাই গৰম পানীৰ পুঙত সোমাই সাত পাতালত প্ৰবেশ কৰিলেগৈ। দেৱকন্যাসকলেও গৰম পানীত প্ৰবেশ কৰি তেওঁলোকৰ সাত পাতালত নিজৰ ঘৰত উপস্থিত হ'ল। তেতিয়া সকলো দেৱকন্যাই মিলিজুলি ৰজাক আৰতি আৰু সংকাৰ কৰি ক'লে, হে মহাপুৰুষ, আপোনাৰ তুল্য মহাশক্তিশালী পুৰুষ আৰু কোনো নাই। এতিয়া আপুনি এই ৰাজ্যৰ ৰজা হ'ক। আমালোকে আপোনাক সেৱা কৰিম। ৰজাই ক'লে, মোৰ ৰাজ্যৰ প্ৰয়োজন নাই। তোমালোকৰ এই কৌতূহল দৰ্শন কৰিবলৈ আহিছোঁ। মোৰ ৰাজ্য আছে। তেওঁলোকে ক'লে, হে মহাপুৰুষ! আপোনাৰ প্ৰতি আমি প্ৰসন্ন হৈছোঁ। বৰ গ্ৰহণ কৰক। ৰজাই সুধিলে, তোমালোক কোন? তেওঁলোকে ক'লে, আমি অষ্ট মহাসিদ্ধি দেৱকন্যা। তেতিয়া ৰজাই ক'লে, মোক অষ্ট মহাসিদ্ধি দান কৰা। ৰজাৰ কথামতে দেৱকন্যাসকলে তেওঁক আঠগুণ থকা ৰত্নকেটা প্ৰদান কৰি ক'লে, ৰজা, এই ৰত্নকেটা অনিমাদি গুণ থকা।

ৰজাই দেৱকন্যাসকলৰপৰা আঠোটা মহাসিদ্ধিযুক্ত ৰত্ন লৈ বাটেদি আহোতে হঠাৎ এজন ব্ৰাহ্মণে তেওঁক "যিজনে হৰিৰ নাভিকমলত সদায় বাস কৰে, বেদৰ আদি পাঠক সেই চতুৰাননে আপোনাক ৰক্ষা কৰক" বুলি আশীৰ্বাদ দিলে। ৰজাই সুধিলে, হে ব্ৰাহ্মণ, আপুনি ক'ৰপৰা আহিছে? ব্ৰাহ্মণে ক'লে, চম্পাপুৰত মোৰ ঘৰ, মই তাৰপৰা আহিছোঁ। মোৰ কেৱা গৰাকীও তিৰোতা। মই এজন দৰিদ্ৰ ব্ৰাহ্মণ। ভাৰ্য্যাসকলে মোক দৰিদ্ৰ বুলি অত্যন্ত তিৰস্কাৰ কৰাত মই দেশ ভ্ৰমণ কৰি ফুৰিছোঁ। হে ৰজা, নীতিশাস্ত্ৰত কৈছেঃ "ধনহীন পুৰুষক ভাৰ্য্যাপুত্ৰ সকলোৱেই পৰিত্যাগ কৰে। যাৰ ধন নাই, সেই গৃহস্থী যদি ঘৰত থাকে তেতিয়াহ'লে সদ্বন্ধুসকলেও তেওঁক বহুত কথা কয়। সদগুণী লোক ধনহীন হ'লে প্ৰতিভাশালী লোকে তেওঁক পৰিত্যাগ কৰে। তেওঁৰ বিপদ-আপদে কুলাই-পাচিয়ে নধৰা

হয়। ভাৰ্য্যা সদ্বংশজাত হ'লেও ধনহীন স্বামীক সেৱা নকৰে। মিটিৰ-কুটুম ধনহীনৰ ওচৰ নেচাপে। তাৰোপৰি গুৰুজন সুৰূপেই হওক সুশীলেই হওক আৰু সৰ্বশাস্ত্ৰবিশাৰদেই হওক ধনহীন লোকে সমাজৰ মাজত আদৰ আৰু সন্মান নাপাই। সেই অবিকল ইন্দ্ৰিয়-বিলাক বিদ্যমান, নামো সেয়ে অপ্ৰতিহত বুদ্ধি আৰু বাক্যও একে। কিন্তু কি আচৰিত! অৰ্থ-গৌৰৱ বিৰহিত লোক যেন মানুহেই নহয়, লোকসকলে এনে ভাব পোষণ কৰে। ৰজাই ব্ৰাহ্মণৰ কথাত অত্যন্ত সন্তোষ পাই তেওঁক আঠোটা ৰত্ন প্ৰদান কৰিলে। ব্ৰাহ্মণে ৰজাক প্ৰশংসা আৰু প্ৰণাম কৰি নিজ ঘৰলৈ উভটি গ'ল। বিক্ৰমাদিত্যও উজ্জয়িনীলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে সহিষ্ণুতা, উদাৰতা, বলশক্তি গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত আৰোহণ কৰক।" ৰজা মৌন হৈ ৰ'ল।

একবিংশ উপাখ্যান সমাপ্ত

## ॥ দ্বাবিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজে সিংহাসনত উপবেশন কৰিবলৈ যাওঁতে আন এটা পুতলাই ক'লে, যাৰ বিক্ৰমাদিত্যৰ নিচিনা উদাৰতা আৰু ধৈৰ্য্যাদি গুণ থাকে তেখেতৰ নিচিনা মানুহহে এই সিংহাসনত বহিবৰ যোগ্য। ৰজাই ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্য ৰজাৰ সদাচাৰ গুণৰ কথা বৰ্ণনা কৰা। পুতলাই ক'লে, ৰজা শুনক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত এসময়ত তেখেতৰ পৃথিৱী ভ্ৰমণ কৰিবৰ ইচ্ছা হ'ল। এদিন তেখেত ৰাজ্যৰপৰা ওলাই গৈ নানা তীৰ্থক্ষেত্ৰ, দেৱালয়, অনেক শিৱালয়, নানা পৰ্বত আৰু নগৰাদি ভ্ৰমণ কৰি আহি আহি হঠাৎ এখন হৰিমন্দিৰাদি থকা সুন্দৰ



নগৰত উপস্থিত হ'লহি। নগৰৰ বিষ্ণুমন্দিৰৰ ওচৰৰ সৰোবৰত স্নানাদি কৰি মন্দিৰত সোমাই দেৱতাক অষ্টাঙ্গে প্ৰণাম কৰি ক'লে, "হে পৰমেশ্বৰ! মই আপোনাৰ মাহাত্ম্য নাজানো। কেনেকৈ জানিম? আপুনি বাক্যৰ অগোচৰ ব্ৰহ্মাদি দেৱতাসকলেও নাজানে। হে প্ৰভু, মই অন্য কাকো ভজন নকৰোঁ; অন্যৰ নামো মই শুনা নাই। মই ভক্তি আৰু আনন্দমনেৰে আপোনাৰ শ্ৰীচৰণতেই থাকোঁ। অতএব হে শ্ৰীনিবাস, হে পুৰুষোত্তম, আপুনি মোক আপোনাৰ শ্ৰীচৰণত ঠাই দিয়ক। এয়ে মোৰ একান্ত প্ৰাৰ্থনা।" ৰজাই এইদৰে প্ৰাৰ্থনা কৰি মন্দিৰৰ ৰঙ্গমণ্ডপত বহি থকা এজন ব্ৰাহ্মণক সুধিলে, ব্ৰাহ্মণ! আপুনি ক'ৰপৰা আহিছে? তেখেতে ক'লে, মই এজন তীৰ্থ-যাত্ৰী, পৃথিৱী ভ্ৰমণ কৰিছোঁ। আপুনিনো ক'ৰপৰা আহিছে? মোক পৰিচয় দিয়ক। ৰজাই ক'লে, মইও আপোনাৰদৰে এজন তীৰ্থ-যাত্ৰী। ব্ৰাহ্মণে অলপ পৰ টলকা মাৰি ক'লে, নহয়, নহয়, আপুনি তীৰ্থযাত্ৰী নহয়। আপুনি এজন তেজস্বী পুৰুষ, আপোনাৰ গাত ৰাজলক্ষণ পুৰামাত্ৰাই আছে। আপুনি এজন ৰাজ-ৰাজেশ্বৰ, সিংহাসনৰ যোগ্য পুৰুষ। কি কাৰণে আপুনি পৃথিৱী পৰ্য্যটন কৰিছে; অথবা কপালত লিখা আছে তাক কোনে ক'ব পাৰে? কপালৰ ভাগ্যৰেখা কোনেও খণ্ডন কৰিব নোৱাৰে। শাস্ত্ৰত কৈছে ঃ "হৰিয়েই হওক অথবা ব্ৰহ্মাই হওক বা বিষ্ণুয়েই হওক কপালৰ লিখন কোনেও লঙ্ঘন কৰিব নোৱাৰে।" দেৱতা হ'লেও বিবিধ লিখন খণ্ডন নহয়। ৰজাই ব্ৰাহ্মণৰ কথা যুক্তিযুক্ত বুলি স্বীকাৰ কৰিলে। শাস্ত্ৰত কৈছে ঃ "যুক্তিযুক্ত উপাদেয় বাক্য স্বয়ং প্ৰভু অথবা বালকৰপৰা হ'লেও গ্ৰহণ কৰা উচিত। অযুক্তিকৰ কথা হ'লে বুঢ়া লোকৰপৰাও গ্ৰহণ কৰিব নালাগে।" হে ব্ৰাহ্মণ, কি কাৰণে আপোনাক ইমান পৰিশ্ৰান্ত দেখিছোঁ? ব্ৰাহ্মণে ক'লে, পৰিশ্ৰমৰ কথা কৈছোঁ, শ্ৰৱণ কৰক। হে ৰজা, মোৰ কষ্টৰ কথা শুনক। এই নগৰৰ ওচৰত নীল নামৰ এটা পৰ্বত আছে। তাত

কামাক্ষী নামৰ এজন দেৱতা আছে। তাত পাতাললৈ প্ৰবেশ কৰা দুৱাৰখন অবৰুদ্ধ হৈ আছে। দুৱাৰখন মুকলি কৰিবলৈ কামাক্ষী মন্ত্ৰ জপ কৰিব লাগে। জপসিদ্ধি নহ'লে দুৱাৰখন মুকলি নহয়। তাত এটা ৰসৰ কুণ্ড আছে। সেই ৰসৰ দ্বাৰাই সোণ আদি আঠ ধাতু তৈয়াৰী হয়। মই বাৰ বছৰ একেৰাহে কামাক্ষী মন্ত্ৰ জপ কৰিছোঁ; কিন্তু পাতালৰ দুৱাৰখন মুকলি নহয়। তেওঁৰ কথা শুনি ৰজাই যেতিয়া নিজৰ কণ্ঠত তৰোৱালেৰে খাপ মাৰিব খুজিলে, তেতিয়া কামাক্ষী দেৱতা ৰজাৰ আগত আৱিৰ্ভাব হৈ ৰজাক ক'লে, মই আপোনাৰ প্ৰতি প্ৰসন্ন হৈছোঁ, বৰ গ্ৰহণ কৰক। ৰজাই ক'লে, দেৱী! যদি প্ৰসন্ন হৈছে তেতিয়াহ'লে এই ব্ৰাহ্মণক ৰসৰ কুণ্ড দান কৰক। কামাক্ষী দেৱীয়ে ৰজাৰ কথা স্বীকাৰ কৰি দুৱাৰখন মুকলি কৰি ব্ৰাহ্মণক ৰসৰ কুণ্ড দান দিলে। ব্ৰাহ্মণে ৰজাৰ স্তৱ পাঠ কৰি নিজৰ নগৰলৈ গ'ল। আৰু ৰজাও নিজৰ ৰাজধানীলৈ গমন কৰিলে।

পুতলাই ভোজৰাজক ক'লে, "হে মহাৰাজ, আপোনাৰ যদি বিক্ৰমাদিত্যৰ নিচিনা উদাৰতা, সহিষ্ণুতা আৰু ধৈৰ্য্যাদি গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত আৰোহণ কৰক।" ৰজা মৌন হৈ ৰ'ল।

দ্বাবিংশ উপাখ্যান সমাপ্ত

## ॥ ত্ৰয়োবিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত আৰোহণ কৰিবলৈ গ'ল। তেতিয়া আন এটা পুতলাই টপৰাই মাত লগালে, হে ৰজা, বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতা আৰু ধৈৰ্য্যাদি গুণ থকা পুৰুষহে এই সিংহাসনত বহিবৰ যোগ্য। ৰজাই ক'লে, পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, ৰজা শ্ৰৱণ কৰক। এসময়ত



ৰজা বিক্ৰমাদিত্যই পৃথিৱী পৰ্য্যটন কৰি নিজ নগৰ পালেহি। নগৰবাসী সকলোৱে আনন্দ পালে। ৰজাই নিজ ভৱনত প্ৰবেশ কৰি ষোড়শোপচাৰে দেৱতাক পূজা কৰি স্তুতি কৰিলে, "হে দেৱদেৱ! তুমিয়েই মোৰ মাতৃ, তুমিয়েই মোৰ পিতৃ, তুমি মোৰ বন্ধু, তুমিয়েই মোৰ ধন, তুমি মোৰ সকলো।" এইদৰে দেৱতাক স্তুতি কৰি, ব্ৰাহ্মণ-সকলক কপিলী গাই, ভূমি আৰু তিল দান দিলে। তাৰোপৰি তেখেতে কণা, কুঁজা, খোঁৰা, দুঃখীয়া আৰু অনাথবিলাকক বহুতো দান-দ্ৰব্যাদি দি বান্ধনি ঘৰত সোমাই ল'ৰা, বুঢ়া সকলোকে ভাত-পানী খুৱাই নিজে অন্যান্য বন্ধু-বান্ধৱৰ লগত ভোজন কৰিলে। শাস্ত্ৰত কৈছে: "ল'ৰা-ছোৱালী, যুবক-যুৱতী, গৰ্ভাৱতী তিৰোতা, নিছলা-ছোৱালী, অতিথি, চাকৰ-নাকৰাদিক ভাত-পানী খুৱাইহে গৃহস্থ-গৃহস্থনীয়ে আহাৰ খোৱা উচিত। যিজনে নিজৰ মঙ্গল কামনা কৰে তেখেতে অকলে ভোজন কৰা কৰ্তব্য নহয়। মানুহৰ দুজন, তিনিজন বা কেবাজনৰ লগত ভোজন কৰাটো সন্তোষৰ কথা। এনেদৰে অতিথি শুশ্ৰূষা কৰি ভোজন কৰিলে গৃহস্থৰ অভীষ্ট সিদ্ধি হয়।" ৰজাই ভোজন কৰাৰ পিছত অলপ সময় জিৰণি লৈ বহিল। শাস্ত্ৰত কৈছে যে ভোজনৰ পিছত অলপ সময় জিৰণি ল'লে আয়ুস বাঢ়ে। ভোজনৰ পিছত লৰা-ঢাপৰা কৰিলে মৰণৰ কাৰণে ভয় আছে। তাৰোপৰি বেচিকৈ পানী খোৱা, অৰুচিকৰ আহাৰ খোৱা, দিনত শোৱা, ৰাতি টোপনিখতি কৰা, যথাসময়ত শৌচাচাৰ নকৰি শৌচৰ বেগ দখল কৰি ৰাখিলে শৰীৰত ৰোগ জন্মে।

ইয়াৰ পিছত ৰজাই সায়ং-সন্ধ্যা কৰি ভোজনৰ অন্তত শোৱনি-ঘৰত প্ৰবেশ কৰিলে। তাত চন্দ্ৰৰ কিৰণৰদৰে উজ্জ্বল বগা বস্ত্ৰাদিৰে আচ্ছাদিত সুগন্ধী কৰৱী, মালতি, পদুমফুল আদিৰে সুশোভিত কৰা পালেঙত শুলে ৰাতি ৰজাৰ বেচ টোপনি আহিল। ঢল-পুৱাতে ৰজাই এটা সপোন দেখিলে, তেখেতে হেনো এটা মতামহৰ পিঠিত উঠি দক্ষিণ ফালে যাত্ৰা কৰিছে। এনেতে তেখেতে

মাৰ পালে আৰু বিষ্ণু স্মৰণ কৰি শয্যা ত্যাগ কৰিলে। ৰাতিপুৱা প্ৰাতঃস্নান, সন্ধ্যা-উপাসনা কৰি ব্ৰাহ্মণসকলক সপোনৰ কথা বৰ্ণনা কৰিলে। সপোনৰ কথা শুনি ব্ৰাহ্মণসকলে ৰজাক ক'লে, হে মহাৰাজ! সপোনৰ ফলাফল শ্ৰৱণ কৰক। সপোনৰ ফল দুই প্ৰকাৰ। কোনো সপোনৰ ফল ভাল, কোনোবা বেয়া। হাতীত উঠা, প্ৰাসাদত উঠা, কন্দা, মৰণ, অগম্যাগমন, ছত্ৰ-চামৰ, সমুদ্ৰ, ব্ৰাহ্মণ, গঙ্গা, পতিব্ৰতা নাৰী, শঙ্খ, সুবৰ্ণ এইবিলাক সপোনত দেখিলে সপোনৰ ফল ভাল হয়। শাস্ত্ৰত কৈছে ঃ "গৰু, পৰ্বত, আহত গছৰ ওপৰত উঠা, বিষ্ঠালেপন এইবিলাক সপনো শুভ ফলপ্ৰদ হয়।" আৰু এক প্ৰকাৰ সপোনে অশুভ ফল প্ৰদান কৰে; যেনে—মহত উঠা, গাধত উঠা, কাঁইটিয়া গছত উঠা, ভস্ম, কপাহ ধোৱা, বাঘ, সাপ, বৰাগাহৰি আৰু বান্দৰাদি দৰ্শনৰ ফল অশুভ হয়। শাস্ত্ৰত কৈছে ঃ "যিজনে সপোনত গাধ, উট, মহ আৰু বাঘ দেখে ছমাহৰ ভিতৰত তেওঁৰ মৃত্যু হয়।" স্বপ্নচৰিত্ৰত এইটোও কোৱা আছে যে ৰাতিৰ প্ৰথম প্ৰহৰৰ সপোন দেখিলে এবছৰৰ ভিতৰত ফল লাভ হয়; দ্বিতীয় প্ৰহৰত আঠ মাহ, তৃতীয় প্ৰহৰত তিনি মাহ আৰু ৰাতি পুৱাৰৰ সময়ত অৰ্থাৎ গৰু মেলিবৰ সময়ত সপোন দেখিলে সোনকালেই ফল পোৱা যায়। অধিক কোৱাৰ প্ৰয়োজন নাই। হে মহাৰাজ! এই সপোন আপোনাৰ অনিষ্টকাৰী।

ৰজাই ক'লে, হে সৰ্বজ্ঞ, এই অশুভ সপোনৰ ফলৰপৰা পৰিত্ৰাণ পাব পৰা কিবা উপায় আছে নে? সৰ্বজ্ঞ ভট্টই ক'লে, আপুনি স্নান কৰি যজ্ঞ দৰ্শন কৰাৰ পিছত সকলো অলঙ্কাৰ বস্ত্ৰাদি ব্ৰাহ্মণসকলক দান কৰক। পুনৰায় বস্ত্ৰ পৰিধান কৰি দেৱতাৰ অভিষেক কৰি নৱৰত্নৰ দ্বাৰাই দেৱতাৰ পূজা কৰক। ব্ৰাহ্মণসকলক গোদান, ধান দানাদি দহবিধ দান দিয়ক। কণা, কুঁজা, খোঁৰা আৰু অনাথবিলাকক অধিক দান দি সন্তোষিত কৰক। এই অনুস্থান আৰু ব্ৰাহ্মণসকলৰ আশীৰ্বাদৰপৰা আপোনাৰ সকলো অপায়-অমঙ্গল দূৰ হ'ব। ৰজাই



সৰ্ব্বজ্ঞভট্টৰ বিধানমতে সকলো অনুস্থানাদি শেষ কৰি তিনিদিন ক্ৰমান্বয়ে দান বিতৰণ কৰিবলৈ ধন-ভঁৰালীক আদেশ কৰিলে। তেওঁ ৰজাৰ আজ্ঞা শিৰোধাৰ্য্য কৰি সকলো দীন দুখীয়া কণা, কুঁজা আৰু অনাথসকলক মুকলি মুঠিৰে সকলো দান বিতৰণ কৰিলে। সুখী-দুখী যেয়ে যিমান পাৰে সিমান দান দ্ৰব্যাদি ধন লৈ ঘৰলৈ গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্যৰদৰে এনে ধৈৰ্য্য আৰু উদাৰতা গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপৱেশন কৰক।" ৰজা মৌন হৈ ৰ'ল।

ত্ৰয়োবিংশ উপাখ্যান সমাপ্ত

## ॥ চতুৰ্বিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত উপৱেশন কৰিবলৈ যাওঁতে আন এটা পুতলাই মাত লগালে, হে ৰজা শুনক। বিক্ৰমাদিত্যৰ নিচিনা উদাৰতা, ধৈৰ্য্য, সহনশীলতা গুণ থকা পুৰুষহে এই সিংহাসনত বহিবৰ উপযুক্ত। ৰজাই ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা, সহিষ্ণুতা আদি গুণ বৰ্ণনা কৰা। পুতলাই আৰম্ভ কৰিলে, ৰজা শ্ৰৱণ কৰক। বিক্ৰমাদিত্যৰ ৰাজ্যত পুৰন্দৰপুৰী নামৰ এখন নগৰত এজন বৰ চহকী সদাগৰ আছিল। তেওঁ এদিন চাৰিওজন পুতেকক মাতি আনি ক'লে, হেৰা মোৰ পুত্ৰসকল, মোৰ মৰণৰ পাছত তোমালোক একান্নভুক্ত পৰিয়াল হিচাপে সহবাস কৰি থাকিব পৰাটো মই বিশ্বাস কৰিব পৰা নাই। সেই কাৰণে তোমালোক যাতে মিলা-প্ৰীতিৰে থাকিব পাৰা মই জীৱাই থাকোতেই মোৰ ধন-সম্পত্তি চাৰিভাগ কৰি জ্যেষ্ঠানুক্ৰমে চাৰিটা কলহত ভৰাই মোৰ খাটৰ তলত পুতি থৈছোঁ। মোৰ মৰণৰ পিছত তোমালোকে সেইদৰেই ভাগ কৰি ল'বাহঁক। পুতেকহঁত পিতাকৰ কথাত মান্তি হ'ল। কিছুকালৰ পিছত বাপেক

ঢুকাল। কিন্তু পুতেকহঁত কথমপি এমাহ মানহে একেলগে থাকিব পাৰিলে। তাৰ পাছত বুঢ়াৰ বোৱাবীহঁতৰ মাজত ইজনীয়ে সিজনীৰ লগত উখনা-উখনি কৰিবলৈ আৰম্ভ কৰিলেই। পুতেকহঁতে ধৈৰ্য্যীয়েক-হঁতক ক'লে, তোমালোকে পিতাৰ ধন-সম্পত্তিৰ ভাগৰ কথা লৈ ঘৰখনৰ অমঙ্গল চিন্তা নকৰিবা। পিতা জীৱাই থাকোতেই তেখেতৰ ধন-সম্পত্তি জ্যেষ্ঠানুক্রমে ভাগ কৰি মাটিৰ তলত কলহত ভৰাই পুতি থৈ গৈছে। এতিয়া আমি খাতৰ তলত থকা কলহখানি উলিয়াই ভাগ কৰি ললেই লেঠা মৰে। ইয়াকে মিমাংসা কৰি চাৰিওজন ককাই-ভায়েকে ঘৰৰ ভেটিৰ তলভাগখানি দেখিলে যে তাত চাৰিটা কলহ আছে। তাৰ ভিতৰৰ এটাত মাটি, এটাত হাড়, এটাত এঙ্গাৰ আৰু আনটোত পোৱাল-মণি। কলহ চাৰিটা দেখি সকলো আচৰিত হ'ল যে এইদৰে যে পিতাদেৱে সম্পত্তি ভাগ কৰি গ'ল সেই কথা কোনে জানে? চাৰিওজন পুতেকে ৰজাক কথাটো নিবেদন কৰিলে। ৰাজ-সভাত এনেদৰে ধন-সম্পত্তি ভাগ কৰাৰ আঁতি-গুৰি উলিয়াব নোৱাৰিলে। আন এদিন তেওঁলোক অন্য এখন নগৰলৈ গৈ মহাজন-সকলক সুধিলে। তেওঁলোকেও একো সিদ্ধান্ত কৰিব নোৱাৰিলে। সেই সময়ত কুমাৰৰ ঘৰত থকা শালিবাহনে কথাটো শুনি আছিল। তেওঁ মহাজনসকলক ক'লে, ভদ্ৰলোকসকল আপোনালোকে এই সাধাৰণ কথাটোৰ উহ উলিয়াবলৈ ইমান অধীৰ হৈছে কিয়? ইয়াত বুজিব নোৱৰা বা আচৰিত কথা কি আছে? শালিবাহনে ক'লে, এই চাৰিজন এজন সদাগৰৰ পুতেক। তেওঁ এইদৰে ভাগ কৰি থৈ গৈছে—যেনে প্ৰথম পুতেকক মাটি ইয়াৰপৰা বুজা গৈছে যে তেওঁৰ উপাৰ্জিত সকলো ভূ-সম্পত্তি বৰ পুতেকক দিছে। দ্বিতীয় পুতেকক পোৱাল-মণি, তাৰপৰা বুজা যায় তেওঁৰ উপাৰ্জন কৰা খেতিৰ ধানৰ ভাগ পালে। তৃতীয় পুতেকক হাড় দিলে। তাৰ মানে সকলো পশু-সম্পত্তি তেওঁক দিছে। চতুৰ্থ পুতেকক যে এঙাৰ দিলে, তাৰপৰা বুজা যায় যে গোটেই সোণৰ বস্তু নুমলীয়া পুতেকক



দিলে। শালিবাহনে তেওঁবিলাকক এইদৰে চাৰিটা কলহৰ সম্পত্তি ভাগ কৰি দিয়াত, তেওঁলোক আনন্দমনেৰে নিজ নগৰলৈ উভটি গ'ল। ৰজা বিক্ৰমাদিত্য এনেদৰে সম্পত্তি ভাগ কৰি দিয়া কথা শুনি আচৰিত হ'ল। তেখেতে তৎক্ষণাৎ প্ৰতিষ্ঠা নগৰলৈ গৈ এখন ৰাজপত্ৰ পঠালে যে, "স্বতি, শ্ৰীযজন, অধ্যয়ন, যাজন, দান, প্ৰতিগ্ৰহ" এই ষট্‌কৰ্মত অভিজ্ঞতা থকা প্ৰতিষ্ঠানগৰবাসী মহাজনসকলক আশীৰ্বাদ দি আদেশ কৰিছে যে তেওঁলোকৰ গাঁওত যদি এনে চাৰি প্ৰকাৰৰ সম্পত্তি বিভাগ কৰিব পৰা কোনোবা আছে তেওঁক মোৰ ৰাজভৱনলৈ পঠাব।" মহাজনসকলে ৰজাৰ প্ৰেৰিত পত্ৰ লৈ গৈ শালিবাহনৰ আগত পাঠ কৰি ক'লে, "হে শালিবাহন, ৰাজাধিৰাজ পৰমেশ্বৰ আসমুদ্ৰ ক্ষিতিপতি ৰজা বিক্ৰমাদিত্যই আপোনাক ৰাজসভালৈ নিমন্ত্ৰণ কৰিছে। সেই কাৰণে আপুনি সোনকালে উজ্জয়িনীলৈ গৈ সকলো বিদ্যাৰ কল্পবৃক্ষ ৰজা বিক্ৰমাদিত্যক ৰাজ-সভাত দৰ্শন কৰক।" শালিবাহনে ক'লে, বিক্ৰমাদিত্য কোন? মোক আহ্বান কৰিলেই মই নেযাওঁ। যদি তেওঁৰ কিবা প্ৰয়োজন আছে তেওঁ নিজে মোৰ ওচৰলৈ আহক। তেওঁৰ লগত মোৰ কোনো প্ৰয়োজন নাই বুলি ৰাজপত্ৰৰ প্ৰত্যুত্তৰ পঠালে। শালিবাহনৰ কথা শুনি মহাজনসকলে "শালিবাহন নেযায়" এই বুলি মিথ্যা প্ৰত্যুত্তৰ পত্ৰ ৰজাৰ ওচৰলৈ প্ৰেৰণ কৰিলে। শালিবাহনৰ চিঠিৰ প্ৰত্যুত্তৰৰ কথা অবগত হৈ বিক্ৰমাদিত্য খঙত টিঙ্গিৰিতুলা হ'ল। তেঁও সেই মুহূৰ্ত্ততে অষ্টাদশ অক্ষৌহিনী সৈন্যলৈ প্ৰতিষ্ঠা নগৰত দলে বলে প্ৰৱেশ কৰি শালিবাহনৰ ওচৰলৈ কটকী পঠালে। তেওঁ শালিবাহনক ক'লেগৈ, "বিক্ৰমাদিত্য ৰজাই আপোনাক মাতিছে। আপুনি তেওঁক সোনকালে দেখা কৰক।"

শালিবাহনে ক'লে, কটকী ডাঙৰীয়া, বিক্ৰমাদিত্য ৰজাক ক'কগৈ যে সকলে মই তেওঁক দেখা নকৰোঁ, মই সসৈন্যে যুদ্ধক্ষেত্ৰত তেওঁক দেখা কৰিম বুলি মোৰ কথা ৰজাক নিবেদন কৰিব। শালিবাহনৰ কথামতে কটকীয়ে সকলো কথা ৰজাক নিবেদন কৰিলে। বিক্ৰমাদিত্য

যুদ্ধক্ষেত্রত উপস্থিত হ'ল। ইফালে শালিবাহনেও কুমাৰৰ ঘৰত মাটিৰ দ্বাৰাই তৈয়াৰী কৰা হাতী, ৰথ, ঘোঁৰা, পদাতি প্ৰভৃতি সৈন্যবিলাক মন্ত্ৰৰ বলত জীৱিত কৰি বিক্ৰমাদিত্য ৰজাৰ বিপক্ষে যুদ্ধ ঘোষণা কৰিলে। বিক্ৰমাদিত্য আৰু শালিবাহনৰ সৈন্যসকলৰ মাজত তয়া-ময়া যুদ্ধ হ'ল। বিক্ৰমাদিত্যই শালিবাহনৰ সৈন্যবিলাক মাৰি নিপাত কৰিলে। শালিবাহনে যুদ্ধত পৰাজিত হৈ শেষনাগক প্ৰাৰ্থনা কৰিলে। শেষনাগে বিক্ৰমাদিত্যৰ সৈন্যবিলাকক সাপেৰে খোঁটোৱাই মৰালে।

অৱশেষত বিক্ৰমাদিত্যই নিজৰ সৈন্যবিলাকৰ প্ৰাণ ৰক্ষা কৰিবলৈ পানীৰ মাজত শৰীৰৰ আধাভাগ ডুবাই ক্ৰমাম্বয়ে ন বছৰ বাসুকী মন্ত্ৰ জপ কৰিবলৈ ধৰিলে। বাসুকীয়ে ৰজাৰ প্ৰতি সন্তোষিত হৈ ক'লে, "মই আপোনাৰ প্ৰাৰ্থনাত সন্তোষ পাইছোঁ। আপুনি বৰ গ্ৰহণ কৰক।" ৰজাই ক'লে, আপুনি যদি মোৰ মন্ত্ৰ প্ৰাৰ্থনাত প্ৰসন্ন হৈছে মোৰ সৈন্য-বিলাকক প্ৰাণদান দিয়ক। বাসুকীয়ে ৰজাক সৈন্যবিলাকৰ প্ৰাণ ৰক্ষা কৰিবলৈ এটা অমৃতৰ ঘট দিলে। অমৃতৰ ঘট লৈ ৰজা বাটেদি আহি থাকোতে হঠাৎ কোনো এজন ব্ৰাহ্মণ আহি "হিমাদ্ৰি-শিখৰবদৰে পৃথিৱীয়ে যাৰ শোভা বঢ়াইছে সেই হৰিৰ লীলাৰ অৱতাৰ বৰাহৰ ভীষণ দাঁতে আপোনাক পবিত্ৰ কৰক" বুলি আশীৰ্বাদ দিলে। তাৰ পাছত ৰজাই ক'লে, হে বিপ্ৰবৰ আপুনি ক'ৰপৰা আহিছে? ব্ৰাহ্মণে ক'লে, মই প্ৰতিষ্ঠা নগৰৰপৰা আহিছোঁ। ৰজাই ব্ৰাহ্মণক পুনৰায় সুধিলে, আপুনি কি কৈছে? ব্ৰাহ্মণে ক'লে, আপুনি যাচক সকলৰ চিন্তামনি। আপুনি চিন্তা কৰা বস্তু দান কৰাত অগ্ৰগণ্য। এটা বস্তুৰ প্ৰতি মোৰ প্ৰীতি আছে। যদি আপুনি সেই বস্তুটো মোক দান দিয়ে তেতিয়াহ'লে মই আপোনাক ক'ম। ৰজাই ক'লে, আপুনি যিহকে খোজে মই তাকে দিম। ব্ৰাহ্মণে ক'লে, এই অমৃতৰ ঘটটো মোক দিয়ক। ৰজাই ব্ৰাহ্মণক সুধিলে, আপোনাক কোনে পঠাইছে? ব্ৰাহ্মণে ক'লে, শালিবাহনে মোক পঠাইছে।

ৰজাই ভাবিলে মই আগতে যি খোজে তাকে দিব বুলি প্ৰতিজ্ঞা কৰি এতিয়া যদি নিদিওঁ তেতিয়াহ'লে অকীৰ্তি আৰু অধৰ্ম হ'ব। অতএব এওঁক অমৃতৰ ঘট প্ৰদান কৰাটো মোৰ কাৰণে সৰ্বতোভাৱে মঙ্গল হ'ব। ব্ৰাহ্মণে ক'লে, আপুনি সৎলোক, কি বিচাৰ কৰিছে? সৎলোকৰ বাক্য কেতিয়াও লঙ্ঘন নহয়। শাস্ত্ৰত কৈছে: "সূৰ্য্যও যদি পশ্চিমত উদয় হয়, মেৰু পৰ্বতেও যদি লৰচৰ কৰে, অগ্নিও যদি শীতল হয়, শিলত অথবা পৰ্বতৰ ওপৰত পদুম ফুল ফুলে তথাপিও সৎলোকৰ বাক্য লৰচৰ নহয়।" ৰজাই ক'লে, "আপুনি সত্যকথা কৈছে, মই তাকে কৰিছোঁ।" ইয়াকে কৈ বিক্ৰমাদিত্যই ব্ৰাহ্মণক অমৃতৰ ঘটটো প্ৰদান কৰিলে। ব্ৰাহ্মণে স্তুতি পাঠ কৰি নিজৰ ঘৰলৈ গ'ল। ৰজা বিক্ৰমাদিত্যও উজ্জয়িনী নগৰলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্যৰ নিচিনা ধৈৰ্য্য আৰু উদাৰতা গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ ৰ'ল।

চতুৰ্বিংশ উপাখ্যান সমাপ্ত

## ॥ পঞ্চবিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ গ'ল। এনেতে আন এটা পুতলাই মাত লগালে, হে ৰজা, বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতা আৰু ধৈৰ্য্যগুণ থকা মহৎ পুৰুষেহে এই সিংহাসনত বহিবৰ যোগ্য। ভোজৰাজে ক'লে, হেৰা পুতলা, বিক্ৰমাদিত্যৰ উদাৰতা গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, ৰজা শ্ৰবণ কৰক। বিক্ৰমাদিত্যৰ ৰাজ্য শাসনৰ সময়ত এদিন এজন জ্যোতিষী আহি ৰজাক ক'লেহি, "সূৰ্য্যই শূৰত্ব, চন্দ্ৰই ইন্দ্ৰপদবী, মঙ্গলে সুমঙ্গল, বুধে বৃদ্ধি, গুৰুৱে গুৰুত্ব, শুক্ৰই পুত্ৰ, শনি মঙ্গল আৰু কেতু আদি গ্ৰহবিলাকে কুলৰ উন্নতি কৰক।" ইয়াৰ পিছত ৰজাই জ্যোতিষীক সুধিলে, হে দৈবজ্ঞ, এই বছৰ ৰাজ্যফল কেনে বৰ্ণনা কৰক। তেওঁ ক'লে,

ৰবি ৰজা, মঙ্গল মন্ত্ৰী, আৰু মেঘাদিপতি শনি ৰোহিণী নক্ষত্ৰ ভেদ কৰি গমন কৰিব ; অতএৱ এই বছৰত অনাবৃষ্টি হ'ব। বৰাহমিহিৰ সংহিতাত উক্ত আছে যে যেতিয়া সূৰ্য্যপুত্ৰই ৰোহিণী ৰথচক্ৰ ভগ্ন কৰে তেতিয়া গোটেই বছৰত বৰষুণ নহয়। আৰু এইটোও উক্ত আছে যে যদি সূৰ্য্যপুত্ৰই ৰোহিণী ৰথচক্ৰ ভগ্ন কৰে তেতিয়া পৃথিৱীত ৰক্ত বৃষ্টি হয়। আৰু অধিক কি ক'ম। সাগৰত পানী নাইকিয়া হয় তেতিয়া লোকক্ষয় হয়। মতান্তৰত এই কথাও উল্লেখ আছে "যদি শনিয়ে ৰোহিণী ৰথচক্ৰ ভগ্ন কৰে তেতিয়াহ'লে মেঘবিলাকে বাৰ বছৰ পৰ্য্যন্ত বৰষুণ নিদিয়ে।" দৈবজ্ঞৰ কথা শুনি ৰজাই ক'লে, অনাবৃষ্টিৰ কিবা উপায় আছে নে নাই ? দৈবজ্ঞই ক'লে, কিয় নাই, আছে। যদি কোনোৱে গ্ৰহহোম কৰে তেতিয়া বৰষুণ হ'ব। তাৰ পিছত বিক্ৰমাদিত্যই দৈবজ্ঞসকলক আহ্বান কৰি তেওঁলোকৰ আগত উক্ত বৃত্তান্তবিলাক বৰ্ণনা কৰি তেওঁলোকৰ দ্বাৰাই গ্ৰহহোম যজ্ঞৰ কাম আৰম্ভ কৰিলে। গ্ৰহযজ্ঞৰ সকলো সামগ্ৰী গোটোৱা হ'ল। গ্ৰহহোম হ'ল। ৰজাই বিবিধ বস্ত্ৰ দ্ৰব্য অন্নাদিৰ দ্বাৰাই ব্ৰাহ্মণসকলক সন্তোষিত কৰি দহবিধ দান দিলে। তাৰোপৰি ৰজাই দুখীয়া, কণা, খোঁৰা, কলা, অনাথ প্ৰভৃতিক বহুত দান দি সন্তোষিত কৰিলে। তথাপি এটোপাল পানীন পৰিল। বৰষুণৰ অভাৱত সকলো প্ৰজাৰ অন্নকষ্ট হৈ অশেষ কষ্ট ভোগ কৰিব লগীয়া হ'ল। ৰজাও প্ৰজাৰকষ্টত অত্যন্ত দুঃখিত হৈ যজ্ঞশালাত বহি চিন্তা কৰি মূৰে কপালে হাতদি বহি আছে এনেতে আকাশবাণী হ'ল :

"যদি বত্ৰিশগুণ লক্ষণ থকা পুৰুষৰ শিৰচ্ছেদ কৰি বলিদান দিয়া হয় তেতিয়াহ'লে তোমাৰ নগৰত থকা দেৱীয়ে তোমাৰ আশা পূৰণ কৰি বৃষ্টিদান কৰিব।" ৰজাই আকাশবাণী শুনি দেৱালয়লৈ গৈ দেৱীক প্ৰণাম কৰি যেতিয়া মূৰত তৰোৱালেৰে খাপ মাৰিব খুজিলে তেতিয়া দেৱী আৱিৰ্ভাৱ হৈ ৰজাৰ হাতত ধৰি ক'লে, "হে ৰজা! আপোনাৰ ধৈৰ্য্যগুণত প্ৰসন্ন হৈছোঁ। বৰ বৰণ কৰক।"



ৰজাই ক'লে, হে দেৱী। যদি মোৰ প্ৰতি প্ৰসন্ন হৈছে তেতিয়াহ'লে অনাবৃষ্টি দূৰ কৰক। দেৱীয়ে ক'লে, অনাবৃষ্টি নিবাৰণ কৰিম। ইয়াৰ পিছত ৰজা ৰাজসভালৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্য ৰজাৰদৰে এনে ধৈৰ্য্য আৰু পৰোপকাৰৰ বাসনা আছে তেতিয়াহ'লে সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ নীৰৱ ৰ'ল।

পঞ্চবিংশ উপাখ্যান সমাপ্ত

## ॥ ষড়বিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ যাওঁতে আন এটা পুতলাই মাত লগালে, ৰজা শুনক। বিক্ৰমাদিত্য ৰজাৰদৰে উদাৰতা ধৈৰ্য্যাদি গুণ থকা পুৰুষহে এই সিংহাসনত বহিবৰ উপযুক্ত। ভোজৰাজে ক'লে, হেৰা পুতলা, বিক্ৰমাদিত্যৰ উদাৰতা ধৈৰ্য্যাদি গুণ বৰ্ণনা কৰা। পুতলাই আৰম্ভ কৰিলে, ৰজা শ্ৰৱণ কৰক। বিক্ৰমাদিত্যৰদৰে উদাৰতা, দয়া, বিবেক, ধৈৰ্য্যাদি গুণ থকা আন ৰজা আৰু নাই। তেখেতৰ যেনে কথা তেনে কাম। অতএৱ তেখেত এজন সৎপুৰুষ। শাস্ত্ৰত কৈছে : "যেনে মন তেনে কাম আৰু যেনে বাক্য তেনে ক্ৰিয়া।" সেই কাৰণে সাধুসকলৰ মন, বাক্য আৰু কামত হেৰ-ফেৰ নহয়। এদিন স্বৰ্গৰ ইন্দ্ৰপুৰীত দেৱৰাজ ইন্দ্ৰ সিংহাসনত বহি আছে। ৰাজসভাত আশি হেজাৰ ঋষি, তেত্ৰিশ কোটি দেৱতা, অষ্টলোকপাল উনপঞ্চাশৎ মৰুৎ। দ্বাদশ আদিত্য আৰু নাৰদ, তুম্বুৰু আৰু উৰ্ৱশী, মেনকা, ৰম্ভা, তিলোত্তমা, মিশ্ৰকেশী, ঘৃতাচী, মঞ্জুঘোষা, প্ৰিয়দৰ্শন প্ৰভৃতি দেৱ-কন্যাসকল গন্ধৰ্ব্বসকলো উপস্থিত আছিল। সেই সময়ত মহৰ্ষি নাৰদে ক'লে, ভূমণ্ডলত বিক্ৰমাদিত্যৰ তুল্য

মূৰ্তিমান, পৰোপকাৰী, ধৈৰ্য্যশীল, উদাৰমনা আৰু পৰাক্ৰমী পুৰুষৰ নিচিনা ৰজা আৰু নাই। শাস্ত্ৰত কৈছেঃ "দান, তপস্যা, পৰাক্ৰম, বিজ্ঞান, বিনয় আৰু নীতি বিষয়ে বিস্ময় প্ৰকাশ কৰা কৰ্তব্য নহয়, যেহেতু বসুন্ধৰাত ৰত্ন আছে।" কথাতে কয় ৰত্নগৰ্ভা বসুমতী। আৰু ঘোঁৰা হাতী লোহাৰ বস্তু আৰু নাৰী পুৰুষ আৰু পানীৰ প্ৰভেদ অতিশয় মহৎ বুলি জানিব। তেতিয়া ইন্দ্ৰই সুৰভীক ক'লে, সুৰভী, তুমি পৃথিৱীলৈ গৈ বিক্ৰমাদিত্যৰ দয়া আৰু পৰোপকাৰাদি গুণৰ নিশ্চয় কৰি আহি মোক নিবেদন কৰিবাহি। সুৰভীয়ে ইন্দ্ৰৰ আজ্ঞা শিৰোধাৰ্য্য কৰি এজনী দুৰ্বলা গাইৰ বেশ ধৰি পৃথিৱীলৈ গমন কৰিলে। ইতিমধ্যে ৰজা বিক্ৰমাদিত্য ৰাজবাটেদি আহোতে সুৰভীক বোকাত পৰি অত্যন্ত কষ্ট পোৱা দেখা পালে। ৰজাক দেখি সুৰভীয়ে প্ৰাৰ্থনা কৰিলে যে বোকাৰপৰা তাইক তুলি তাইৰ প্ৰাণ ৰক্ষা কৰিব লাগে। ৰজাই সুৰভীৰ ওচৰলৈ আহি দেখিলে যে তাই এটা বৰ বেয়া বোকা গঁতত পৰি কষ্ট পাইছে আৰু তাইৰ ওচৰত এটা বাঘ বহি আছে। ৰজাই গাইজনীক গাতৰপৰা উঠাবৰ কাৰণে যত্ন কৰোঁতে কৰোঁতে বেলি মাৰ গ'ল। তেওঁ গোটেই ৰাতিটো সুৰভীক ৰক্ষা কৰি থাকিল। ৰাতি পুৱাল। সুৰভীয়ে ৰজাৰ দয়া আৰু ধৈৰ্য্যশীলতাৰ গুণ দেখি নিজে নিজেই বোকাৰপৰা উঠি আহি ক'লেহি, ৰজা মই স্বৰ্গৰ সুৰভী। আপোনাৰ দয়া ধৈৰ্য্যাদি গুণবিলাক অৱলোকন কৰিবৰ কাৰণে স্বৰ্গৰপৰা আহিছোঁ। এই বিষয়ত মোৰ পুৱামাত্ৰাই বিশ্বাস হ'ল যে আপোনাৰ নিচিনা দয়াশীল ৰজা আৰু পৃথিৱীত কোনো নাই। মই আপোনাৰ গুণত প্ৰসন্ন হৈছোঁ। বৰ গ্ৰহণ কৰক।

ৰজাই ক'লে, আপোনাৰ আশীৰ্বাদত মোৰ কোনো অভাৱ নাই। মই কি প্ৰাৰ্থনা কৰিম? সুৰভীয়ে ক'লে, মোৰ বাক্য যাতে অথলে নাযায় সেই কাৰণে মই আপোনাৰ ওচৰতে থাকিম। ইয়াকে কৈ ... ৰজাৰ লগে লগে গ'ল। ৰজা সুৰভীৰ লগত বাটেদি যাওঁতে



হঠাৎ এজন ব্ৰাহ্মণ আহি তেখেতৰ আগত উপস্থিত হৈ ক'লে, "মহাদেৱৰ উদ্ধত নৃত্যৰ নিমিত্তে নন্দীয়ে নিজ হাতেৰে আনন্দেৰে মৃদং বজোৱাৰ পিছত কাৰ্তিকৰ মৰা-চৰাই উপস্থিত হ'ল। তেতিয়া শঙ্কৰৰ মূৰত থকা ফেঁটী-সাপে ভয়ত পেপুৱা হৈ তাৰ ফলা কোঁচ খুৱাই তেওঁৰ নাকৰ বিন্ধাত সুমুৱালে। মহাদেৱে উদ্ধত নৃত্য আৰম্ভ কৰাত ভোমোৰাবিলাক উদন্দ হৈ যেতিয়া তেওঁৰ গোটেই গালে মুখে পৰি সিহঁতৰ ভুন্-ভুন্ গুণ-গুণনিৰ ৰবে আকাশলৈকে ভেদ কৰিলে, তেতিয়া বিঘ্ন বিনাশক গণেশে চিঞৰি চিঞৰি নিজৰ হাতীমূৰ কঁপাবলৈ ধৰিলে, হে ৰজা, গণৰাজৰ সেই মুখৰ কঁপনিয়ে আপোনাৰ মঙ্গল কৰক।" এইদৰে আশীৰ্বাদ দি ৰজাক ক'লে, "মহাৰাজ বিধাতাই মোক দাল-দৰিদ্ৰ কৰি সৃজন কৰিলে। মই সকলোকে দেখোঁ, মোক কিন্তু কোনেও নেদেখে, 'হে দাৰিদ্ৰ' তোমাক মই নমস্কাৰ কৰিছোঁ। তোমাৰ আশীৰ্বাদতে মোৰ এই দৰিদ্ৰ জীৱন। মই অখিল পৃথিৱী দেখা পাওঁ; কিন্তু পৃথিৱীৰ কোনেও মোক নেদেখে। যি মানুহে দৰিদ্ৰতাৰ কৰাল গ্ৰাসত পৰি হা-ধন, হা-ধন, হা-হা, কঁ-কাঁ কৰি থাকে, যাৰ মুখত সদায় বিষাদৰ ৰেখা তেওঁৰ ঘৰত জননা শৌচ বিদ্যমান থাকে। হে বন্ধু, আৰু নাই, আৰু নাই বুলি নিস্ফল বাক্য নকৰা। তুমি তোমাৰ দৰিদ্ৰতাৰ কৰাল গ্ৰাস পৃথিৱীকে প্ৰদান কৰা। কি নিমিত্তে তোমাৰ সূতমৰণাশৌচ হৈছে? এই সুতকাশৌচৰ কালৰ কাৰণে কোনো নিৰ্ধাৰণ নাই নে? মোৰ এই পুত্ৰ জন্ম হোৱাত যাৱজ্জীৱন সুখত কটাব পৰা নাই। আপুনি যদি মোক প্ৰশ্ন কৰে মই প্ৰত্যুত্তৰত ক'ব লাগিব যে সৰ্ববিধ ধনশূন্য মোৰ 'দাৰিদ্ৰ' নামৰ ল'ৰা এটা উপজিছে। ৰজাই সুধিলে, আপুনি কি ভিক্ষা খুজিছে? ব্ৰাহ্মণে ক'লে, হে ৰজা! আপুনি আশ্ৰিতৰ কল্পবৃক্ষস্বৰূপ; মোৰ যাতে গোটেই জীৱনৰ দৰিদ্ৰতা নাশ হয় তাৰ এটা বিধান কৰক। ৰজাই ক'লে, এই কামধেনুয়ে আপোনাৰ মনৰ কামনা পূৰণ কৰিব বুলি কৈ ব্ৰাহ্মণক সুৰভী দান দিলে। ব্ৰাহ্মণে কামধেনু লাভ কৰি ৰজাক প্ৰণাম কৰিলে।

তেওঁ নিজ ঘৰলৈ গ'ল। তেওঁ ৰজাক কৈ গ'ল আজিহে মোৰ জীৱন ধন্য। আপোনাৰ আশীৰ্বাদত আজিৰপৰা মোৰ স্বৰ্গসুখ হ'ল।

এইদৰে পুতলাই বিক্ৰমাদিত্যৰ গুণ বৰ্ণনা কৰি ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্যৰ নিচিনা এনে উদাৰতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ ৰ'ল।

ষড়বিংশ উপাখ্যান সমাপ্ত

## ॥ সপ্তবিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ যাওঁতে আন এটা পুতলাই মাত লগালে, হে মহাৰাজ শুনক, বিক্ৰমাদিত্যৰদৰে সদাচাৰ, সৰলতা, ধৈৰ্য্য গুণ থকা পুৰুষহে সিংহাসনত বহিবৰ যোগ্যপাত্ৰ। ভোজৰাজে ক'লে, হেৰা পুতলা, বিক্ৰমাদিত্যৰ উদাৰতা, ধৈৰ্য্য গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, এসময়ত বিক্ৰমাদিত্য পৃথিৱী ভ্ৰমণ কৰি এখন নগৰ পালেহি। তাত এজন অতিশয় ধাৰ্মিক ৰজা আছিল। তেওঁ শ্ৰুতি আৰু স্মৃতিবিহিত অনুস্থানপৰায়ণ হৈ ব্ৰাহ্মণাদি চাৰিবৰ্ণৰ মানুহক সমভাৱে প্ৰতিপালন কৰিছিল। বিক্ৰমাদিত্যই তাতে কেদিনমান থাকিম বুলি স্থিৰ কৰি এদিন এখন মনোহৰ দেৱালয়লৈ গৈ দেৱতাক সেৱা কৰি ক্ষন্তেক ৰঙ্গ মণ্ডপত জিৰণি ল'লে। ঠিক এনে সময়তে পাট কাপোৰৰ সাজ-পাৰ পিন্ধা, কুঙ্কুম কস্তুৰি চন্দনাদিৰ দ্বাৰাই গোটেই শৰীৰ সুগন্ধিত কৰি কেজনমান বয়সীয়াল মানুহৰ সৈতে এজন সুন্দৰ যুৱক দেৱালয়ত উপস্থিত হ'লহি। তেওঁ দেৱালয়ত বহি থকা মানুহবিলাকৰ লগত নানাৰকমৰ কৌতুকপূৰ্ণ কথা-বতৰা পাতি পুনৰ লগত অহা বয়স্থ লোকসকলৰ সৈতে দেৱালয়ৰপৰা খৰধৰকৈ সুংকৰে গুচি গ'ল। ৰজা অলপ সময় টলকা মাৰি ৰ'ল। তেঁও ভাবিলে এওঁনো কোন? ইয়ালৈ আহিল আৰু সুৰুক্ কৰে



গুচি গ'ল। ইয়াকে ভাবিচিন্তি ৰজা দেৱালয়তে সেই দিনা থাকিল। পিছদিনা সেই যুৱকজন সাজ-পাৰ সলাই এদাল লঙ্গোটি পিন্ধি দেৱালয়ত উপস্থিত হ'লহি। ৰজাই তেওঁক দেখি সুধিলে, হেৰা দেবদত্ত, কালি তুমি ধুনীয়া সাজ-পাৰ পিন্ধি অলঙ্কাৰাদিৰে গাত কস্তুৰি, কৰ্পূৰ, চন্দন সানি বেচ আটক-ধুনীয়া হৈ আহিছিলা। আজিনো তোমাৰ কি দুৰ্দশা হ'ল যে তুমি সাধাৰণ কৌপিন বস্ত্ৰ এডোখৰ পিন্ধি আহিছা? যুৱকে ক'লে, এনে কথা কিয় কয়? বিধিৰ বিৰম্বনা, ই মোৰ কৰ্ম-জীৱনৰ ফল। মই কালি যেনে আছিলোঁ আজিও তেনেদৰেই আছোঁ। আজি দৈবযোগত মোৰ এনে দশা হৈছে। যি ভোমোৰাবিলাকে প্ৰফুল্লিত পদুমৰ পৰাগৰদ্বাৰাই ৰঞ্জিত হৈ সুগন্ধযুক্ত হৈ হাতী-বিলাকৰ কপালৰ মদজলত বৰ্ধিত হৈছিল তেনে ভোমোৰাবিলাকেও দৈববশতঃ এতিয়া বাড়ী বা চোতালৰ আগত থকা নিম আৰু আকন ফুলত কাল যাপন কৰিছে। যি মৌমাখিয়ে ৰসাল সুগন্ধিত আম আৰু তাল-ফুলত ৰঙ মনেৰে খেলা কৰিছিল এতিয়া বিধাতাৰ শাপত শৰভ ব্যাপ্ত বান্দৰ আদিৰে পৰিপূৰ্ণ আকন বনত ভ্ৰমণ কৰিছে। যি কলহংস দেওৰাজহাঁহবিলাকে আগতে মন্দাকিনীৰ বিমলজলত সুশোভিত পদুমৰ কনক ৰেণুৰ মাজত খেলা কৰিছিল এতিয়া বিধাতাৰ শাপত পৰি সেলাইযুক্ত ঘোলা জলত কাল কটাইছে আৰু চোৰা যি দেওহাঁহবিলাকে আগতে আন্দোলিত পদুমবিলাকৰ পৰাগৰ দ্বাৰাই পিঠি অঙ্গৰাগ কৰি ভোমোৰাবিলাকৰ মধুৰ কলৰব শুনি আনন্দিত হৈ নীলকান্তাৰ (পত্নীৰ) মুখত থকা মৃণাল খাবলৈকো পাহৰিছিল তেওঁবিলাকে আজি বিধিৰ বিৰম্বনাত কাঠ আৰু তৃণ প্ৰাৰ্থনা কৰিছে। কৰ্মৰ ফলতেই ব্ৰহ্মাই ব্ৰহ্মাণ্ডত কুমাৰৰদৰে নিয়মিত হৈ সৃষ্টি প্ৰভৃতি কৰিছে, বিষ্ণুয়ে দশ-অৱতাৰৰ ৰূপ ধৰি সঙ্কট কাৰ্য্যত লিপ্ত হৈছে, মহাদেৱে ভিক্ষাশী হৈ কৰপুটে ভিক্ষা মাগি ফুৰিছে, সূৰ্য্যই আকাশত প্ৰতিদিনে নিজৰ কক্ষত ভ্ৰমণ কৰিছে। এই সকলোবিলাক কৰ্মৰ ফল। সেই 'কৰ্মক' মই নমস্কাৰ কৰিছোঁ।

ৰজাই সুধিলে, তুমি কোন? যুৱকে ক'লে, মই এজন দ্যুতক্ৰীড়ামোদী যুৱক। ৰজাই সুধিলে, তুমি পাশা খেলিব পাৰা? যুৱকে ক'লে, মই পাশা খেলত পাৰ্গত। তাৰোপৰি মই সাড়ী-ক্ৰীড়াও জানো আৰু বুদ্ধিবলো মোৰ কম নহয়। কিন্তু সেই সকলোবিলাক নিৰৰ্থক। দৈৱই বলবান বুলি জানিব।

হাতী, সাপ, আৰু পক্ষীবিলাকৰ বন্ধন, চন্দ্ৰ-সূৰ্য্যৰ গ্ৰহণ, বুদ্ধিমান পণ্ডিতসকলৰ দৰিদ্ৰতা দেখি মই নিশ্চয়কৈ বুজিছোঁ যে দৈৱই বলবান আৰু আকৃতি, কুল, শীল, বিদ্যা, যত্নকৃত সেৱা তপস্যাৰ সঞ্চিত ফলতেই যথা সময়ত বৃক্ষবদৰে ফলৱতী হয়। ৰজাই ক'লে, দেবদত্ত তুমি এজন অতিশয় জ্ঞানী পুৰুষ। কিন্তু তুমি এনে ঘৃণনীয় পাপকাম দ্যুতক্ৰীড়াত কিয় প্ৰবৃত্ত হৈছা? প্ৰাজ্ঞ হ'লেও জীৱই কৰ্মফলৰ দোষত কোন কৰ্মনো নকৰাকৈ আছে? মানুহৰ বুদ্ধিও প্ৰায়েই কৰ্মফলক অনুসৰণ কৰে।

ৰজাই ক'লে, হেৰা দেবদত্ত, জুৱাখেল মহাপাপৰ মূল। এইবিলাক দৈবাদি বিপত্তিৰ আশ্ৰয়স্থল। এই দ্যুতক্ৰীড়া ব্যসনৰ ভিতৰত শ্ৰেষ্ঠ। পাপিষ্ঠবিলাকৰ আশ্ৰয়স্থান, ৰৌ-ৰৌ নৰকৰ পথ। এই দ্যুতক্ৰীড়াক কোন বুদ্ধিমান পুৰুষে অস্বীকাৰ কৰিব পাৰে? আৰু অকীৰ্তিয়েই বা ক'ত। দৰিদ্ৰতাই বা ক'ত। বিপদ-আপদেই বা ক'ত। চুৰি ডকাইতি কৰা ব্যবসায়েই বা ক'ত। সজ্জনসকলৰ ভিতৰত নৰকৰ দুঃখেই বা ক'ত?

অতিশয় মোহত পৰি দ্যুতক্ৰীড়াৰ দ্বাৰা যি বিপদ আপদত পৰা হয় তাৰ লগত তুলনা কৰিলে উক্ত অকীৰ্তিকৰ দুঃখবিলাক অতিশয় তুচ্ছ হয়। এই পৃথিৱীত দুৰ্জনবিলাক নাশ হ'লে প্ৰাজ্ঞলোকে স্মৰণ কৰে। সেই সাত ৰকমৰ মহাপাপৰ তুল্য ব্যৱসায় পৰিত্যাগ কৰা একান্ত কৰ্তব্য। দ্যুতক্ৰীড়া, মদ, মাংস, বেশ্যা, মৃগয়া, চুৰি আৰু পৰনাৰী সেৱা এই সাতবিধ মহাপাপ পৰিত্যাগ কৰা জ্ঞানীসকলৰ একান্ত কৰ্তব্য। কোৱা আছে যে যিলোকে এটা মহাপাপত আসক্ত হৈ অন্য কথা ভাবিব নোৱাৰে তেনে অৱস্থাত যদি সেইলোকে সাত প্ৰকাৰৰ মহাপাপত লিপ্ত হয় তেতিয়াহ'লে আৰু ক'ব লগীয়া একো নাই। কোৱা আছে যে পাশাখেলত ধৰ্মপুত্ৰ যুধিষ্ঠিৰ, মাংসলোভত বগলি আৰু মৃগয়াত নৰপতি ব্ৰহ্মদত্ত। চুৰি কৰি শিৱভূতি আৰু বাৰবনিতাৰ সংসৰ্গত লঙ্কাৰ অধিপতি দশাননৰ মৃত্যু হ'ল। অতএব এটা পাপকৰ্মতে যদি মানুহবিলাক নাশ হয় তেনেস্থলত সাতোটা মহাপাপত লিপ্ত হ'লে কোন মানুহনো ধ্বংশ নহ'ব? অতএব তুমি এনে মহাপাপ কৰ্ম পৰিত্যাগ কৰা। দ্যুতকাৰীয়ে ক'লে, প্ৰভু, দ্যুতক্ৰীড়াই মোৰ জীৱনৰ একমাত্ৰ সম্বল। এই ব্যৱসায় মই কেনেকৈ পৰিত্যাগ কৰিম? তেতিয়া হঠাৎ দুজন বিদেশী ব্ৰাহ্মণ আহি দেৱালয়ত উপস্থিত হ'ল। আৰু ইজনে সিজনৰ লগত কথা-বতৰা পাতি, এজনে ক'লে, মই পিশাচলিপি পঢ়িব পাৰোঁ। তাত লিখা আছে যে এই দেৱালয়ৰপৰা পাঁচ ধেনু পৰিমাণ জোখৰ ঈশান-কোণৰ মাটিৰ তলত সোণৰ মোহৰেৰে পৰিপূৰ্ণ তিনিটা ঘট পোতা আছে। কোনো লোকে নিজৰ কণ্ঠৰ তেজেৰে ভৈৰৱক পৰিতৃপ্তি কৰিব পাৰিব তেওঁ সোণৰ মোহৰখিনি গ্ৰহণ কৰিব পাৰিব। ৰজাই দেৱালয়লৈ গৈ নিজৰ কণ্ঠৰ তেজ যেতিয়া ভৈৰৱৰ গাত চতিয়াই দিলে তেতিয়া ভৈৰৱে প্ৰসন্ন হৈ ক'লে, হে ৰজা, বৰ বৰণ কৰক। ৰজাই ক'লে, যদি মোৰ প্ৰতি সন্তোষিত হৈছে তেতিয়াহ'লে এই দ্যুতক্ৰীড়াকাৰীক তিনিটা ঘট প্ৰদান কৰক। ভৈৰৱে ৰজাৰ কথামতে দ্যুতক্ৰীড়ামোদীক ঘট তিনিটা প্ৰদান কৰিলে। দ্যুতকাৰীয়ে সোণৰ মোহৰখিনি পাই ৰজাক প্ৰণাম কৰি নিজৰ নগৰলৈ গ'ল। বিক্ৰমাদিত্যও নিজৰ নগৰলৈ প্ৰস্থান কৰিলে।



এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে মহাৰাজ! আপোনাৰ যদি বিক্ৰমাদিত্য ৰজাবদৰে এনে উদাৰতা ধৈৰ্য্যাদি গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ ৰ'ল।

সপ্তবিংশ উপাখ্যান সমাপ্ত

## ॥ অষ্টাবিংশ উপাখ্যান ॥

পুনৰায় ৰজা যেতিয়া সিংহাসনত বহিবলৈ গ'ল তেতিয়া আন এটা পুতলাই ক'লে, হে ৰজা, ধৈৰ্য্যাদি সদাচাৰ এনে গুণবিশিষ্ট লোকহে এই সিংহাসনত বহিবৰ উপযুক্ত। অন্যলোক ইয়াত বহিবৰ যোগ্য নহয়। ভোজৰাজ ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্যৰ সদাচাৰ ধৈৰ্যাদি গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, মহাৰাজ শুনক। এসময়ত বিক্ৰমাদিত্য ৰজা পৃথিৱী ভ্ৰমণ কৰি আহি এখন নগৰ পালেহি। সেই নগৰৰ নদীৰ পাৰত নানাবিধ তৰুলতা ফলপুষ্পৰে সুশোভিত এখন উপবন আৰু তাৰ মাজত আছিল এখন মনোৰম দেৱালয়। নগৰৰ পাৰত এখন নিৰ্মল পানীৰ নৈ। ৰজাই নদীত স্নান আৰু দেৱতাক নমস্কাৰ কৰি দেৱালয়ত উপবেশন কৰিলে। সেই সময়তে চাৰিজন বৈদেশিক আহি ৰজাৰ ওচৰতে বহিল। ৰজাই সুধিলে, আপোনালোক ক'ৰপৰা আহিছে? তেখেতসকলৰ ভিতৰৰ এজনে ক'লে, মহাৰাজ, আমি এখন অপূৰ্ব দেশৰপৰা আহিছোঁ। ৰজাই সুধিলে, সেই দেশত কি কি আশ্চৰ্য্য বস্তু আছে? তেখেতসকলে ক'লে, সেই অপূৰ্ব দেশত বেতালপুৰী নামেৰে এখন নগৰ আছে। তাত এজন দেৱতা আছে; তেওঁ তেজ খায় বৰ ভাল পাই। তাৰ প্ৰজাসকলে প্ৰতি বছৰে নিজ নিজ মনোবাঞ্ছা পূৰণ আৰু অমঙ্গল নিবাৰণৰ অৰ্থে এজন এজন মানুহ বলিদান কৰে।

সেইদিনা যদি কোনো বৈদেশিক আগমন কৰে তেতিয়াহ'লে তেওঁকেই পশুৰদৰে বলি কাটি দেৱতাক তেজ দিয়া হয়। আমি বাটেদি আহোঁতে সেই নগৰ পালোঁহি। আমি নগৰ সোমোৱাৰ লগে লগে নগৰৰ মানুহবিলাকে আমাক ধৰিবলৈ শিশুপাল খেদা দিলে। আমি প্ৰাণৰ ভয়ত থৰ কাছতি এৰি এইখিনি পাইছোঁহি। আমালোকে এনে মহৎ আশ্চৰ্য্য দেখিলোঁ। সেই কথা শুনি ৰজা বিক্ৰমাদিত্য তালৈ গৈ



সেই ভয়ঙ্কৰী দেৱতাক প্ৰণাম কৰি স্তুতি পাঠ কৰিবলৈ আৰম্ভ কৰিলে —"ব্ৰহ্মাণী, কমলা, চন্দ্ৰবদনী, মহেশ্বৰী বিপুসকলৰ বিনাশকাৰিনী, কৌমাৰী, চন্দ্ৰধাৰিনী, বৈষ্ণৱী আৰু ৰুদ্ৰসহীতা চামুণ্ডা, এই মাতৃসকলে মোক ৰক্ষা কৰক" এইদৰে স্তৱ পাঠ কৰি ৰঙ্গমণ্ডপত উপবেশন কৰিলে। সেই সময়তে মনমাৰি থকা এটা মানুহক আগত লৈ কোনো কোনো নগৰবাসীসকলে ঢোল-খোল বজাই আহিছে। ৰজাই মানুহটোক সেইদৰে মহাজনসকলে লৈ অহা দেখি মনে মনে ভাবিলে "বোধ হয় দেৱতাৰ আগত বলি দিবৰ কাৰণেই তাক ইয়ালৈ আনিছে। সেই কাৰণেই তাৰ মন মৰা। এই সময়ত মোৰ শৰীৰ দান দি ইয়াক ৰক্ষা কৰিম। এই শৰীৰ এশ বছৰ বাঁচি থাকিলেও নিশ্চয় নাশ হ'ব। অতএৱ নিজৰ দেহদান দিওঁ ধৰ্ম আৰু কীৰ্তি উপাৰ্জন কৰা শৰীৰী সকলৰ কৰ্তব্য।" শাস্ত্ৰত কৈছে: "লক্ষ্মী-চঞ্চলা, প্ৰাণ, দেহ, যৌৱন বিনাশশীল এই সংসাৰো চলাচল; কেৱল কীৰ্তি আৰু ধৰ্মই নিশ্চল হৈ থাকে।" আৰু শৰীৰো অনিত্য, বৈভৱো নশ্বৰ, মৰণ সদায় ত্বৰাবদলিৰ মূখত, অতএৱ কৰ্ম সংগ্ৰহ কৰাই কৰ্তব্য। অৰ্থসমূহ ভৰিৰ ধূলিৰ নিচিনা। যৌৱন গিৰিনদীৰ প্ৰবাহৰ বেগৰদৰে পানীৰ তলৰপৰা ওলোৱা বুৰ্-বুৰণি শব্দৰদৰে চঞ্চল, জীৱন ফেনৰ তুল্য। অতএৱ যিলোকে দৃঢ় মনেৰে ধৰ্ম উপাৰ্জন নকৰে তেওঁ জৰাগ্ৰস্ত হৈ শোকাগ্নিত দগ্ধ হয়। ইয়াত কোনো সন্দেহ নাই। এইদৰে বিচাৰ কৰি ৰজাই নগৰীয়া ৰাইজসকলক সুধিলে, কি কাৰণে সেই মনমৰা মানুহটোক লৈ গৈছে। তেওঁলোক ক'লে, মহাৰাজ, ইয়াক দেৱতাৰ ওচৰত বলি দিম। ৰজাই ক'লে, ইয়াৰ শৰীৰ অতি ক্ষীণ। ই ভয়ত পেপুৱা হৈছে। ইয়াক বলিদান দিলে দেৱতাৰ তৃপ্তিলাভ নহ'ব। অতএৱ ইয়াক পৰিত্যাগ কৰাহঁক। দেৱতাৰ বলিৰ কাৰণে মোৰ দেহকে বলিদান দিম। মোৰ দেহা হৃষ্ট-পুষ্ট আৰু মোৰ মঙহ খায় দেৱতাই তৃপ্তি পাব। এই বুলি মানুহটোৰ হাতৰ বান্ধ খুলি নিজে দেৱতাৰ সন্মুখলৈ গৈ যেতিয়া কণ্ঠত ধাপ মাৰিলে তেতিয়া দেৱতাই তৰোৱালখন থাপ মাৰি ধৰি ক'লে, হে

মহাপুৰুষ! আপোনাৰ ধৈৰ্য্য পৰোপকাৰ আদি কাৰ্য্যত মই প্ৰসন্ন হৈছোঁ। বৰ বৰণ কৰক। ৰজাই ক'লে, দেৱী যদি মোৰ প্ৰতি সন্তোষিত হৈছে তেতিয়াহ'লে আজিৰপৰা মানুহৰ মঙ্গলৰ বলিদান পৰিত্যাগ কৰক।" দেৱীয়ে "তথাস্তু" বুলি ৰজাক বৰদান দিলে। নগৰবাসীসকলে ৰজাৰ পৰিচয় লৈ ক'লে, মহাৰাজ, আপুনি স্বয়ং সুখাভিলাসী নহৈ গছৰদৰে লোকৰ কাৰণে কষ্ট সহ্য কৰিছে। দেখক গছবিলাকে মূৰত সূৰ্য্যৰ প্ৰচণ্ড তাপ লৈও ছাঁৰ দ্বাৰাই আশ্ৰিত লোকৰ সন্তাপ প্ৰশমিত কৰি প্ৰতিদিনে লোকৰ কষ্ট স্বীকাৰ কৰে। গছবিলাকৰ এনে স্বভাৱ বুলিয়েই জানিব। ইয়াৰ পিছত ৰজা বিক্ৰমাদিত্যই নগৰবাসীসকলৰ-পৰা বিদায় লৈ নিজৰ নগৰলৈ গমন কৰিলে।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি এনে ধৈৰ্য্য উদাৰতা পৰোপকাৰাদি গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপৱেশন কৰক।" ৰজা মৌন হৈ ৰ'ল।

অষ্টাবিংশ উপাখ্যান সমাপ্ত

## ॥ ঊনত্ৰিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ যাওঁতে আন এটা পুতলাই মাত লগালে, হে ৰজা, যাৰ বিক্ৰমাদিত্যৰ নিচিনা উদাৰতা ধৈৰ্য্যাদি গুণ আছে তেওঁহে এই সিংহাসনত বহিবৰ উপযুক্ত। ভোজৰাজে ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা ধৈৰ্য্যাদি গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, শুনক। এদিন বিক্ৰমাদিত্য ৰাজসভাত ৰাজকুমাৰ-সকলৰ লগত বহি আছে এনেতে কোনো এজন স্তুতি-পাঠক আহি ক'লেহি, "যেতিয়ালৈকে পবিত্ৰ সলিলা সুৰনদী জাহ্নৱীৰ কলৰৱ আৰু মহাতৰঙ্গৰ সৈতে প্ৰবাহিত থাকিব, যেতিয়ালৈকে আকাশত সূৰ্য্যই পৃথিৱীত আলোক বিতৰণ কৰিব, মেৰু পৰ্বতৰ শিখৰত ইন্দ্ৰনীলমণি



আৰু স্ফটিকৰ শিলবিলাক বিদ্যমান থাকিব তেতিয়ালৈকে আপুনি পুত্ৰ-পৌত্ৰাদি বন্ধু-বান্ধৱ সকলোৰে লগত একেলগে মিলিজুলি ৰাজ্য ভোগ কৰক।" এইদৰে আশীৰ্বাদ দি ৰজাৰ স্তুতি কৰি ক'লে, হে ৰজা, মেঘোদয় হ'লে সন্তাপিত ম'ৰাচৰাইবিলাক আৰু চাতকপক্ষীয়ে পানী খাও, পানী খাও বুলি পানী বিচাৰে। সেইদৰে ময়ো আপোনাৰ দৰ্শন লাভ কৰি ভিক্ষাৰ্থী হৈছোঁ। মই এজন দূৰ দেশবাসী, আপোনাৰ কীৰ্তি-কলাপৰ কথা শুনি দূৰৈৰপৰা আপোনাক দৰ্শন কৰিবৰ কাৰণে আহিছোঁ। মহাৰাজ, আপোনাৰ সুখ্যাতি সাত সমুদ্ৰ পৰিবেষ্টিতা পৃথিৱীত সৰগবিয়াকৈ বিয়পি পৰি শোভা পাইছে। ৰজা, কৰ্পূৰ, কৈৰৱ, কুন্দ, স্বৰ্গনদীৰ কলৰৱ, হাঁহবিলাক কান্তাৰ লোচনপ্ৰান্ত নিঃশঙ্ক কলঙ্কবিৰহিত চন্দ্ৰমণ্ডলতকৈও শুভ্ৰতম আপোনাৰ কীৰ্তি-কলাপৰ দ্বাৰাই সাতসমুদ্ৰ পৰিবৃত পৃথিৱী পূৰ্ণিমাৰ পোহৰৰদৰে উজ্জ্বল বৰ্ণ ধাৰণ কৰিছে। হে ৰজা, আপোনাক যাচকসকলৰদৰে কল্পতৰু যেন ভাব কৰি মই আপোনাৰ শৰণাগত হৈছোঁ। আজিৰপৰা যেন মই দৰিদ্ৰতাৰ কৰালগ্ৰাসৰপৰা পৰিত্ৰাণ পায়ো এয়ে মোৰ আশা। এই দেশত সকলো অৰ্থিসকলৰ কল্পবৃক্ষস্বৰূপ আপোনাক দৰ্শন কৰি ধনেশ্বৰ নামৰ এজন ৰজাই দৰিদ্ৰ-দুঃখ নিবাৰণৰ কাৰণে যাচকসকলক ধন বিতৰণ কৰিছিল। তেওঁ মোৰ হৃদয়ত উদয় হৈছে। এসময়ত মাঘ মাহৰ শুক্লা সপ্তমীৰ দিনা ধনেশ্বৰ ৰজাই বসন্তপূজা কৰোঁতে বিদেশৰ-পৰা বহুত যাচক আহি পূজা-মণ্ডপত উপস্থিত হ'ল। সেই সময়ত ৰজাই দানৰ কাৰণে অষ্টাদশ কোটী সোণ দান কৰিলে। এনে ধৰণৰ অত্যন্ত শ্ৰেষ্ঠত্ব গুণ থকা ৰজাৰদৰে আপোনাকহে একমাত্ৰ দেখা পাইছোঁ। তেওঁৰ কথা শুনি বিক্ৰমাদিত্যই ধন-ভঁৰালীক মাতি আনি ক'লে, এই স্তুতি-পাঠকক ধন-ভঁৰাললৈ লৈ গৈ সকলো মহামূল্য ৰত্ন দেখুৱাই দিয়া। তেওঁ যিমান ইচ্ছা কৰে সিমান দান দিবা। ৰজাৰ আজ্ঞামতে ধন-ভঁৰালীয়ে ব্ৰাহ্মণক ধন-ভঁৰাললৈ লৈ গৈ বহুত ধন-ৰত্ন দেখুৱালে। স্তুতি-পাঠকেও নিজৰ অভিলষিত বস্তু আৰু

ৰত্নাদি গ্ৰহণ কৰি ৰজাক সবিনয়ে প্ৰাৰ্থনা কৰিলে, হে মহাৰাজ, আজি মোৰ জীৱন ধন্য ; আপুনি সাক্ষাৎ ঈশ্বৰ। আপোনাৰ প্ৰসাদত মই আজিৰপৰা ধনপতি হ'লোঁ। আপোনাৰ ধন-ৰত্নবিলাক মোৰ হাতত সোণ জিলিকাদি জিলিকি উঠিছে। পৃথিৱীৰ ভিতৰত আপোনাৰদৰে সাধু-পুৰুষ আৰু কোনো নাই। হৰিহৰ ব্ৰহ্মাদিয়েও আপোনাৰ সদৃশ হ'ব পৰা নাই। দেখক, ব্ৰহ্মাই বেদ-অধ্যয়ন কৰিয়েই মগ্ন, গোবিন্দই গদা ধাৰণ কৰি শত্ৰু সংহাৰ কৰাতেই আসক্ত, শূলধাৰী শঙ্কৰ বিষ ভক্ষণ কৰি কাল কটাইছে। এনে স্থলত কোন দেৱতা আপোনাৰ লগত তুলনা হ'ব পাৰে? স্তুতি-পাঠকে "ব্ৰহ্মাৰ সমান আয়ুস হ'ক" বুলি আশীৰ্বাদ দিলে। আনন্দ মনেৰে তেওঁ ঘৰলৈ গ'ল।

ইয়াকে কৈ পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্যৰদৰে এনে ধৰণৰ উদাৰতা গুণ আছে তেতিয়া-হ'লে আপুনি এই সিংহাসনত উপবেশন কৰক।" ৰজা মৌন হৈ বহি থাকিল।

উনত্ৰিংশ উপাখ্যান সমাপ্ত

## ॥ ত্ৰিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ যাওঁতে আন এটা পুতলাই মাত লগালে, হে ৰজা শুনক। বিক্ৰমাদিত্যৰদৰে উদাৰতা গুণ থকা পুৰুষহে এই সিংহাসনত বহিবৰ উপযুক্ত। ৰজাই ক'লে, হেৰা পুতলা, বিক্ৰমাদিত্যৰ উদাৰতা গুণ বৰ্ণনা কৰা। পুতলাই ক'লে, শ্ৰৱণ কৰক। এদিন বিক্ৰমাদিত্য সিংহাসনত বহি থাকোতে ওচৰৰ ক'তলীয়া ৰজাসকলো আহি তেওঁৰ চাৰিওকাষে বহিল। সেই সময়ত কোনো এজন ঐন্দ্ৰজালিক আহি "ব্ৰহ্মাৰ সমান আয়ুস হওক"



বুলি ৰজাক আশীৰ্বাদ দি ক'লে, হে দেৱ, আপুনি সকলো কলা-বিদ্যাত পাৰদৰ্শী। অনেক ঐন্দ্ৰজালিক আপোনাৰ ওচৰলৈ আহি তেওঁলোকৰ দক্ষতা প্ৰদৰ্শন কৰিছে। আজি আপুনি প্ৰসন্ন হৈ মোৰ ইন্দ্ৰজালবিদ্যা অবলোকন কৰক। ৰজাই ক'লে, আজি মোৰ অৱসৰ নাই। এতিয়া মোৰ ভোজনৰ সময়। কালিলৈ ৰাতিপুৱা চাম। পিছদিনা ৰাতিপুৱা ৰজা ৰাজ-সভাত উপবেশন কৰিলে, এনেতে এজন গোফদাড়ি থকা থুলন্তৰ মানুহ কান্ধৰ ওপৰত এখন ডাঙৰ চিক্‌চিকীয়া তৰোৱাল আৰু এগৰাকী ৰূপহী তিৰোতাৰ সৈতে আহি ৰজাক প্ৰণাম কৰিলে।

সভাত উপস্থিত থকা ৰাজপুৰুষসকলে তেনে পৰিস্থিতি দেখি আচৰিত হৈ ক'লে, হেৰা নায়ক, তুমি ক'ৰপৰা আহিছা? তেওঁ ক'লে, মই দেৱৰাজ ইন্দ্ৰৰ সেৱক। এসময়ত মোৰ স্বামীয়ে মোক অভিশাপ দিছিল। সেই কাৰণে মই পৃথিৱীত বাস কৰিছোঁ। এওঁ মোৰ ভাৰ্য্যা, এতিয়া দেৱতা আৰু দানৱৰ মাজত ডাঙৰ যুদ্ধ আৰম্ভ হৈছে; সেই কাৰণে মই যুদ্ধলৈ যাওঁ। বিক্ৰমাদিত্য ৰজা পৰনাৰীসকলৰ সহোদৰ। ইয়াকে সৰোগত কৰি মোৰ ভাৰ্য্যাক এখেতৰ হাতত গতাই দি যুদ্ধৰ কাৰণে যাত্ৰা কৰিম। সেই কথা শুনি ৰজা আচৰিত হ'ল। মানুহজনে নিজৰ ভাৰ্য্যাক ৰজাৰ হাতত সমৰ্পণ কৰি বীৰদৰ্পে কান্ধত তৰোৱালখন তুলি লৈ আকাশমণ্ডলত প্ৰৱেশ কৰিলে। তেওঁ আকাশত প্ৰৱেশ কৰাৰ পিছত ধৰ্-ধৰ্ মাৰ্-মাৰ্ এনে ধৰণৰ ভয়ঙ্কৰ শব্দ হ'ল। ৰাজ-সভাত থকা সকলোৱে ওপৰলৈ মূৰদাঙি কৌতূকপূৰ্ণ হৈ থৰলাগি চাবলৈ ধৰিলে। ক্ষন্তেক পিছতে আকাশৰপৰা ৰাজসভাৰ মাজত তৰোৱালসহ তেজলগা এখন কটাহাত পৰিল। এনে দেখি সকলোৱে ক'লে, অহ! অহ! এই তিৰোতা গৰাকীৰ বীৰপতি প্ৰতিযোদ্ধাৰ লগত কটা পৰিছে। এই হাত আৰু তৰোৱাল তেওঁৰেই। এইদৰে কথা পাতি থাকোতেই ক্ষন্তেক পিছতে তেওঁৰ কটা-মূৰ আৰু কব মাটিত পৰিলহি। এইবিলাক দেখি বীৰপত্নীয়ে ক'লে, হে দেৱ, মোৰ স্বামী যুদ্ধক্ষেত্ৰত শত্ৰুৰদ্বাৰা নিহত হ'ল। এইটো তেওঁৰ

কৰঙ, আৰু তৰোৱাল মাটিত পৰিল। অতএৱ দেৱকন্যাসকলে মোক মোৰ প্ৰিয় স্বামীৰ লগত অনুগমন কৰিবলৈ কৈছে। মোৰ স্বামী শত্ৰুৰদ্বাৰা নিহত হৈছে। এতিয়া এই দেহ আৰু কাৰ কাৰণে ধাৰণ কৰিম? সতীসকলে পতিমাৰ্গৰ অনুসৰণ কৰে এইটো অচেতন পদাৰ্থবিলাকৰো অৱগত আছে। শাস্ত্ৰত কৈছে: "জ্যোৎস্না চন্দ্ৰৰ সৈতে আৰু বিজুলী মেঘৰ লগত বিলীন হয়।" সেই কাৰণে মনোহাৰিনী নাৰী পতিৰ লগত অনুগামিনী অচেতনবিলাকেও প্ৰতিপাদন কৰে। আমাৰ স্মৃতি শাস্ত্ৰত কোৱা আছে যে যুদ্ধত স্বামী মৰিলে নাৰীয়ে যেতিয়ালৈকে অগ্নিত নিজদেহ বিসৰ্জন দিয়ে তেতিয়ালৈকে সেই নাৰী নৰকৰপৰা উদ্ধাৰ নহয়। যি নাৰীয়ে স্বামীৰ অনুগমন কৰে তেওঁ মাতৃকুল আৰু শহুৰ-কুল দুয়োকুল উদ্ধাৰ কৰে। মানুহবিলাকৰ প্ৰত্যেকৰ গাত সাৰে তিনি কোটী নোম আছে। যি গৰাকী বিধবাই স্বামীৰ অনুগমন কৰে তেওঁ সিমান কাল স্বৰ্গলোকত বাস কৰে। যেনেকৈ সৰ্পগ্ৰাহী মানুহে বলেৰে গাঁতৰপৰা সাপ উদ্ধাৰ কৰে, অনুমৃতা সাধ্বীতিৰোতায়ো সেইদৰে পতিৰ উদ্ধাৰ কৰি আনন্দত বিহাৰ কৰে।

যদি ভাৰ্য্যা ধৰ্মশীলা হয় তেতিয়াহ'লে পতি দুৰাচাৰেই হ'ক বা সৎচৰিত্ৰই হ'ক নতুবা পাপকৰ্মতেই লিপ্ত থাকক ভাৰ্য্যাই সেই পতিক উদ্ধাৰ কৰে। আৰু কোৱা আছে যি নাৰী পতিহীনা, তেওঁ দীনা আৰু শোচনীয়া, তেওঁৰ জীৱনত আৰু কি ফল আছে? পিতৃ, ভাতৃ, পুত্ৰ এওঁলোকে পৰিমিত দান কৰে, কিন্তু পতিয়েই অপৰিমিত দান কৰে তেতিয়াহ'লে কোন নাৰীয়েনো নিজৰ স্বামীৰ পূজা নকৰিব; আৰু যদি নাৰীক শত শত বন্ধু-বান্ধৱে আবৰিও থাকে পতিহীনা হ'লে অৱস্থা শোচনীয় হয়। নাৰীজাতি পতিহীনা হ'লে শত শত বন্ধু-বান্ধৱে কি কৰিব? তাৰহীন বীণা, চকাবিহীন ৰথ যেনেকুৱা পতিহীনা নাৰীৰ অৱস্থাও তেনেকুৱাই। স্বামী দৰিদ্ৰই হ'ক ব্যসনাসক্তই অৰ্থাৎ অকৰ্তব্য কামকে কৰক। বুঢ়াই হ'ক বা বেমাৰীয়েই হ'ক অথবা কটকিনাই হ'ক স্বামী নাৰীৰ পৰমগতি, তাত কোনো সন্দেহ নাই। যি নাৰী



স্বামীৰ হাতত মৰিব পাৰে তেওঁৰ নিচিনা ধন্যা ভাগ্যৱতী, পুণ্যশীলা আৰু কোনো নাই। এই বুলি ঐন্দ্ৰজালিকৰ ভাৰ্য্যাই অগ্নিতে প্ৰবেশ কৰিবৰ নিমিত্তে ৰজাক অষ্টাঙ্গে প্ৰণাম কৰিলে। তাই এনে কৰাত ৰজাৰ কাণ করুণ ৰসত পৰিণত হ'ল। তেতিয়া তেওঁ চন্দন কাঠ আদিৰ দ্বাৰাই চিতা সাজি অনুমতি দিলো যে তাই অগ্নিত প্ৰৱেশ কৰক। ৰজাৰ অনুমতি পাই তাই অগ্নিতে প্ৰৱেশ কৰি স্বামীৰ অনুগামিনী হ'ল। তেতিয়া বেলি মাৰ গ'ল। পিছদিনা ৰাতিপুৱা ৰজাই স্নান সন্ধ্যা বন্দনাদি সমাপন কৰি সিংহাসনত বহাৰ পিছত সামন্ত ৰজা আৰু মন্ত্ৰীসকলো তেওঁৰ চাৰিওকাষে বহিল। তেতিয়া সেই থুলন্তৰ দীঘল মানুহজন আগৰদৰে বীৰদৰ্পে হাতত খোলা তৰোৱালখন লৈ ৰজাৰ ডিঙিত এধাৰ সুগন্ধি ফুলৰ মালা পিন্ধাই তেওঁৰ আগত যুদ্ধৰ বৃত্তান্ত বৰ্ণনা কৰিবলৈ আৰম্ভ কৰিলে। তেতিয়া তাক সভাত দেখি সকলোৱে তবধ মানিলে। নায়কে ক'লে, হে ৰজা, মই ইয়াৰপৰা স্বৰ্গ লৈ গমন কৰাৰ পিছত দেৱতা আৰু দানৱৰ তয়া-ময়া যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত বহুত ৰাক্ষস নিপাতিত হ'ল আৰু কিছুমান পলাই পত্ৰং দিলে। যুদ্ধৰ শেষত সুৰৰাজ ইন্দ্ৰই প্ৰসন্ন হৈ মোক ক'লে, হেৰা নায়ক, আজিৰপৰা তুমি পৃথিৱীলৈ যাব নেলাগে, তোমাৰ শাপৰ অৱসান হ'ল। এই বলয় গ্ৰহণ কৰা বুলি ৰত্নখচিত মুক্তা বলয় নিজৰ হাতৰপৰা সোলোকাই মোক দিলে। মই পুনৰায় সুৰৰাজক ক'লে, প্ৰভু! মোৰ ভাৰ্য্যাক বিক্ৰমাদিত্য ৰজাৰ ওচৰত গতাই আহিছিলোঁ মই। তেওঁক লৈ অতি সোনকালে ইয়ালৈ ঘূৰি আহিম বুলি ইন্দ্ৰৰ আগত এনেকৈ কৈ আহিছোঁ। আপুনি পৰনাৰীসকলৰ সহোদৰ তুল্য। এতিয়া মোৰ ভাৰ্য্যা মোক প্ৰদান কৰক; তেওঁক লৈ মই পুনৰ স্বৰ্গলৈ যাত্ৰা কৰিম। নায়কৰ কথা শুনি ৰজা, মন্ত্ৰী আৰু সভাসদসকল কাঁহপৰি জীন গ'ল।

পুনৰায় নায়কে ৰজাক ক'লে, ৰজা, মৌন হৈ ৰ'ল কিয়? ৰাজসভাত থকা প্ৰজাবৃন্দাই ক'লে, নায়ক, তোমাৰ ভাৰ্য্যাই অগ্নিত প্ৰবেশ কৰি প্ৰাণবিসৰ্জন দিলে। তেতিয়া সভাসদসকল নিৰুত্তৰ হ'ল

তেতিয়া নায়কে ক'লে, হে ৰাজশিৰোৰত্ন, হে পৰনাৰী সহোদৰ, হে লোককল্পদ্ৰুম, আপোনাৰ 'ব্ৰহ্মাৰ সমান আয়ুস হওক'। ৰজা, মই এজন মহান ঐন্দ্ৰজালিক। আপোনাৰ সম্মুখত ইন্দ্ৰজাল বিদ্যাৰ নিপুণত দেখুৱাইছিলোঁ। ৰজাই প্ৰথমতে বিস্ময় মানিলে। তাৰ পিছত তেওঁৰ প্ৰতি প্ৰসন্ন হ'ল। সেই সময়তে ৰজাৰ কোষাধ্যক্ষ আহি নিবেদন কৰিলে, মহাৰাজ, এইমাত্ৰ পাণ্ড্যদেশৰ ৰজাই আপোনালৈ প্ৰচুৰ কৰ পঠাইছে। ৰজাই সুধিলে, কি কি কৰ পঠাইছে? তেওঁ ক'লে, মহাৰাজ মনোযোগদি শুনক। আঠ কোটী সোণৰমুদ্ৰা, তেৰান্নবই কোটী মুক্তাভাৰ, মদমত্ত পাঁচশ হাতী, তিনিশ ঘোঁৰা আৰু চাৰিশ গৰাকী পণ্যনাৰী পঠাইছে। ৰজাই তেতিয়া কোষাধ্যক্ষক ক'লে, কোষাধ্যক্ষ, পাণ্ড্যদেশৰ ৰজাই পঠোৱা সকলো কৰ কটাল হাতী ঘোঁৰা সোণৰ মুদ্ৰাদি এই ঐন্দ্ৰজালিকক প্ৰদান কৰা। কোষাধ্যক্ষই ৰজাৰ কথামতে ঐন্দ্ৰজালিকক সকলোখিনি বস্তু প্ৰদান কৰিলে।

পুতলাই ভোজৰাজক ক'লে, "হে ৰজা! আপোনাৰ যদি বিক্ৰমাদিত্য ৰজাৰদৰে এনে উদাৰতা গুণ আছে তেতিয়াহ'লে এই সিংহাসনত আৰোহণ কৰক।" ৰজা মৌন হৈ ৰ'ল।

ত্ৰিংশ উপাখ্যান সমাপ্ত

## ॥ একত্ৰিংশ উপাখ্যান ॥

পুনৰায় ভোজৰাজ সিংহাসনত বহিবলৈ যাওঁতে আন এটা পুতলাই মাত লগালে, হে ৰজা, যাৰ বিক্ৰমাদিত্যৰদৰে উদাৰতা গুণ আছে তেনেলোকহে এই সিংহাসনত বহিবৰ উপযুক্ত। ৰজাই ক'লে, হেৰা পুতলা, তুমি বিক্ৰমাদিত্যৰ উদাৰতা গুণ বৰ্ণনা কৰা। পুতলাই কলে,



ৰজা শ্ৰবণ কৰক। বিক্ৰমাদিত্যৰ ৰাজত্বৰ কালত এজন দিগম্বৰে আহি ৰজাৰ হাতত এপাহ ফুল দিয়াৰ লগে লগে আশীৰ্বাদ দি ক'লে, হে ৰজা, মই আঘোন মাহৰ কৃষ্ণা-চতুৰ্দশীৰ দিনা শ্মশানত হোম কৰিম। আপুনি পৰোপকাৰী মহাপুৰুষ, তাত আপুনি মোৰ উত্তৰসাধক হ'ব। শ্মশানৰ অলপ দূৰতে এজোপা সমীধ গছ আছে। এজন বেতাল সেই গছত বাস কৰে। আপুনি মৌন হৈ তেওঁক আনিব লাগিব। ৰজাই "বাৰু" তাকে কৰিম বুলি প্ৰতিজ্ঞা কৰিলে। ইয়াৰ পিছত দিগম্বৰে কৃষ্ণা চতুৰ্দশীৰ দিনা হোমৰ দ্ৰব্যবিলাক সংগ্ৰহ কৰি শ্মশানত থাকিবলৈ ললে। ইয়াৰ পিছত বিক্ৰমাদিত্যই সমীধ গছত থকা বেতালক কান্ধত তুলি লৈ যেতিয়া শ্মশানলৈ আহিল তেতিয়া বেতালে ক'লে, ৰজা, পথশ্ৰম নিবাৰণৰ কাৰণে কোনো কথা কওক। ৰজাই মৌনভঙ্গ হয় বুলি মনে মনে থাকিল। বেতালে ক'লে, আপুনি মৌনভঙ্গ হয় বুলি ভয়তে কথা কোৱা নাই। তেতিয়াহ'লে প্ৰথমে ময়েই কথা কম। মোৰ কথা শেষ হ'লে যদি মৌনভঙ্গ হৈ ভয়ত কথা কয় তেতিয়া আপোনাৰ মূৰ টুকুৰা-টুকুৰ হৈ সহস্ৰ ভাগত পৰিণত হ'ব। এই বুলি বেতালে কথা ক'বলৈ আৰম্ভ কৰিলে। ৰজা শ্ৰবণ কৰক। হিমালয় পৰ্বতৰ দক্ষিণ ভাগত বিন্ধ্যৱতী নামৰ এখন নগৰ আছে। তাত সুবিচাৰক নামৰ এজন ৰজা আছে। তেওঁৰ পুত্ৰ ময়সেন এদিন পহুচিকাৰ কৰিবলৈ গৈ হৰিণাৰ পিছে পিছে খেদি গৈ এখন মহা অৰণ্যত সোমাল। তেওঁ নগৰৰ পথ অনুসৰণ কৰি আহি আহি এখন নৈ দেখা পালে। নৈৰ পাৰত এজন ব্ৰাহ্মণে তপস্যাৰ অনুস্থান কৰিছিল। ৰজাৰ পুতেক তেওঁৰ ওচৰলৈ গৈ ক'লে, হে মিত্ৰবৰ, মই এই নৈৰ পানী খাম। আপুনি মোৰ ঘোঁৰাৰ লাগাম দাল ধৰক। ব্ৰাহ্মণে ক'লে, মই তোমাৰ চাকৰ নে কি যে মই তোমাৰ ঘোঁৰাৰ লাগাম ধৰিম? এনেকৈ কোৱাত ৰজাৰ পুতেকে ঘোঁৰাৰ লাগামেৰে ব্ৰাহ্মণক প্ৰহাৰ কৰিলে। ব্ৰাহ্মণে কান্দি কান্দি ৰজাক নিবেদন কৰিলে। ৰজা খঙত টিঙ্গিৰিতুলা হ'ল চকুৰঙা পৰিল। তেওঁ পুতেকক নগৰৰপৰা নিৰ্বাসন কৰিবৰ কাৰণে

মন্ত্রীক আদেশ দিলে। মন্ত্রীয়ে ক'লে, ৰজা, ৰাজকুমাৰ ৰাজভোগৰ উপযুক্ত। তেওঁক নিৰ্বাসিত কৰা অনুচিত।

ৰজাই ক'লে, মন্ত্ৰী, যি পুত্ৰই ব্ৰাহ্মণক প্ৰহাৰ কৰিছে তেনে পুত্ৰৰ নিৰ্বাসন দণ্ডই উপযুক্ত বিধান। বুদ্ধিমান লোকে ব্ৰাহ্মণক দ্বেষ নকৰিব। শাস্ত্ৰত কৈছে: "প্ৰাজ্ঞলোকে বিষভক্ষণ, সাপৰ লগত ক্ৰীড়া, যোগীসকলক নিন্দা আৰু ব্ৰাহ্মণক হিংসা নকৰিব।" মন্ত্ৰী, আপুনি পুৰাণ ইতিহাস অধ্যয়ন কৰা নাই নে? পূৰ্বে ব্ৰাহ্মণৰ শাপত ঈশ্বৰৰ লিঙ্গপাত নৃগৰজাৰ কাছ জন্ম, ইন্দ্ৰৰ দৰিদ্ৰতা, নহুসৰ অজগৰ সাপৰ যোনিত জন্ম হৈছিল। সম্পদ লাভ কৰিলেও পূজনীয় লোকক তিৰস্কাৰ কৰা কৰ্তব্য নহয়। কোনো লোকেই উচ্চপদ লাভ কৰিলেও মাননীয় লোকক অপমান নকৰিব। দেখক, নহুসে ইন্দ্ৰত্ব পাৰো অগস্ত্য মুনিক অপমান কৰাৰ কাৰণে সৰ্পযোনিত জন্ম লৈছিল। আৰু যিলোকে অগ্নিক সৰ্বভক্ষ আৰু মহাসমুদ্ৰক অপেয়, চন্দ্ৰক ক্ষয় ৰোগাক্ৰান্ত কৰিছিল, তেওঁলোকক প্ৰকুপিত কৰি কোনো লোকনো বিনষ্ট নহয়? আৰু দেখক, দেৱতাসকলে যাৰ হাতেৰে হব্য আৰু পিতৃসকলে কব্য ভোজন কৰে তেওঁলোকৰ অপেক্ষা···অধিকতৰ আৰু কোন হ'ব পাৰে? আৰু সকলো অসুৰ আৰু মানুহবিলাকে যাক পূজা কৰে আৰু যিলোক তপস্বী আৰু ব্ৰতধাৰী সেই ব্ৰাহ্মণসকলক অৰ্চনা কৰা কৰ্তব্য। দ্বাৰকাত শ্ৰীকৃষ্ণই নিজে কৈছিল যে শতবাৰ গালি পাৰিলেও, শতবাৰ কটুবাক্য প্ৰয়োগ কৰিলেও যিলোকে মোৰদৰে ব্ৰাহ্মণৰ অৰ্চনা নকৰে তেওঁ মোতকৈও মহাপাপী, দণ্ডনীয় আৰু বধ্য হয়। যিজনে পৰম ভক্তিৰে মোক আৰাধনা কৰিবলৈ ইচ্ছা কৰে তেওঁ ব্ৰাহ্মণসকলক পূজা কৰিব মই তাতেই সন্তুষ্ট হ'ম। হে মন্ত্ৰী, মোৰ পুত্ৰই ব্ৰাহ্মণক যেনেকৈ প্ৰহাৰ কৰিলে সেই হাত ছেদন কৰা কৰ্তব্য। এই বুলি ৰজা যেতিয়া পুতেকৰ হাত কাটিবলৈ উদ্যত হ'ল তেতিয়া সেই ব্ৰাহ্মণ আহি ৰজাক ক'লেহি, হে ৰজা, ৰাজপুত্ৰই অজ্ঞানবশতঃ সেই কাম কৰিলে; এতিয়াৰপৰা আৰু তেনে কাম নকৰে। সেই কাৰণে মই আপোনাক



কৰপুটে প্ৰাৰ্থনা কৰিছোঁ আপুনি ৰাজপুত্ৰক ক্ষমা কৰক। মই প্ৰসন্ন হৈছোঁ। ব্ৰাহ্মণৰ কথা সাৰোগত কৰি ৰজাই নিজ পুত্ৰক ক্ষমা কৰিলে। ব্ৰাহ্মণো নিজ ঘৰলৈ উভটি গ'ল। এই কথা কৈ বেতালে ক'লে, মহাৰাজ, উভয়ৰ মাজত গুণাধিক কোন? বিক্ৰমাদিত্যই ক'লে, ৰজাই গুণাধিক। সেই কথা শুনি মৌনভঙ্গহেতু বেতাল স্ৱমীধ গছলৈ গমন কৰিলে, ৰজাইও পুনৰ তালৈ গৈ বেতালক কান্ধত লৈ আহিছিল তেতিয়া বেতালে পুনৰায় কথা আৰম্ভ কৰিলে। এইদৰেই বেতালে পঁচিশটা গল্প কৈছিল। ৰজাৰ সূক্ষ্ম বুদ্ধিৰ প্ৰভাৱত বেতাল প্ৰসন্ন হৈ বিক্ৰমাদিত্যক ক'লে, ৰজা, এই দিগম্বৰে আপোনাক নিহত কৰিবলৈ যত্নপৰ হৈছে। ৰজাই সুধিলে, সেইটো কেনে কথা? বেতালে ক'লে, আপুনি মোক যেতিয়া তালৈ লৈ যাব তেতিয়াই আপোনাৰ পৰাভৱ হ'ব। "তুমি শ্ৰান্ত হৈছা" এতিয়া "অগ্নিকুণ্ড প্ৰদক্ষিণ আৰু দণ্ডৱত প্ৰণাম কৰি নিজ ঘৰলৈ যোৱা" দিগম্বৰে এই কথাষাৰ কোৱাৰ পিছত যেতিয়া অষ্টাঙ্গ-প্ৰণাম কৰিবলৈ মূৰ দোৱাব তেতিয়াই দিগম্বৰে আপোনাক নিহত কৰিব। তাৰ পিছত আপোনাৰ মঙহৰদ্বাৰাই হোম কৰিব। এইদৰে কৰিলে অনিমাদি অষ্টবিধ সিদ্ধিলাভ হ'ব। ৰজাই ক'লে, তেতিয়াহ'লে এতিয়া মই কি কৰিম? বেতালে ক'লে, আপুনি এনেদৰে কৰিব। দিগম্বৰে যেতিয়া আপোনাক ক'ব "নমস্কাৰ কৰা" তেতিয়া আপুনি ক'ব যে মই "সাৰ্বভৌম ৰজা" সকলোৱেই মোক প্ৰণাম কৰি থাকে, মই কেতিয়াও কাকো প্ৰণাম কৰা নাই; অতএব মই প্ৰণাম কৰিব নেজানো। আপুনি আগতে মোক প্ৰণাম কৰি দেখুৱাই দিয়ক তাকে দেখি মই প্ৰণাম কৰিম। তাৰ পিছত দিগম্বৰে যেতিয়া মূৰ দোৱাই সেৱা কৰি দেখুৱাব তেতিয়াই আপুনি তৎক্ষণাৎ তেওঁৰ শিৰচ্ছেদ কৰিব। এইদৰে কৰিলে আপোনাৰেই অষ্টমহাসিদ্ধি লাভ হ'ব। বেতালে কোৱাদৰে বিক্ৰমাদিত্যই সেইদৰে কৰাত তেওঁৰ অষ্টসিদ্ধি লাভ হ'ল। তাৰ পিছত বেতালে ক'লে, ৰজা, মই আপোনাৰ প্ৰতি প্ৰসন্ন হৈছোঁ, বৰ গ্ৰহণ

কৰক। ৰজাই ক'লে, যদি তুমি প্ৰসন্ন হৈছা তেতিয়াহ'লে মই তোমাক যেতিয়াই স্মৰণ কৰিম তেতিয়াই মোৰ ওচৰত সাক্ষাত হ'বা। "সেয়ে হব" বুলি প্ৰতিজ্ঞা কৰি বেতাল নিজ স্থানলৈ প্ৰস্থান কৰিলে। ৰজাও নিজৰ নগৰলৈ উভটি গ'ল।

এই কথা কৈ পুতলাই ভোজৰাজক ক'লে, "মহাৰাজ! আপোনাৰ যদি বিক্ৰমাদিত্যৰদৰে এনে গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত বহক।" ৰজা মৌন হৈ ৰ'ল।

একত্ৰিংশ উপাখ্যান সমাপ্ত

## ॥ দ্বাত্ৰিংশ উপাখ্যান ॥

পুনৰায় যেতিয়া ভোজৰাজ সিংহাসনত উপবেশন কৰিবলৈ গ'ল তেতিয়া আন এটা পুতলাই ক'লে, ৰজা, বিক্ৰমাদিত্য ৰজাহে এই সিংহাসনত বহিবৰ উপযুক্ত। বিক্ৰমাদিত্যৰ তুল্য ৰজা ভূমণ্ডলত কোনো নাই। তেওঁ কাষ্ঠময় তৰোৱালৰদ্বাৰাই পৃথিৱী ভ্ৰমণ কৰি সকলো ভূপতিক পৰাজয় কৰি একচ্ছত্ৰ ৰজা হৈ ৰাজত্ব কৰিছিল। তেওঁ অন্যৰ শঙ্কা নিবাৰণ কৰি নিজৰ শঙ্কা প্ৰৱৰ্তিত কৰিছিল। ভূমণ্ডলত অনেক ৰজা আছিল। তেওঁ সেই ৰজাসকলৰ বশীকৰণ মন্ত্ৰস্বৰূপ আছিল। তেওঁৰ ৰাজ্যত বাসকৰা সকলো দুৰ্জন লোকক নিষ্কাশিত কৰি যাচকসকলৰ দাৰিদ্ৰমোচন আৰু দুৰ্ভিক্ষ-দুঃখ নিবাৰণ কৰি পৃথিৱী পালন কৰিছিল। অতএৱ বিক্ৰমাদিত্যৰ তুল্য আৰু ৰজা নাই। যদি আপোনাৰ এনে ধৰণৰ উদাৰতা ধৈৰ্য্যাদি গুণ আছে তেতিয়াহ'লে আপুনি এই সিংহাসনত উপবেশন কৰক। এইকথা শুনি ৰজা মৌন হৈ ৰ'ল।

অৱশেষত পুনৰায় বত্ৰিশটা পুতলাই ভোজৰাজক ক'লে, হে ভোজৰাজ! বিক্ৰমাদিত্য ৰজা যেইদৰে গুণবান ৰজা আছিল, আপোনাৰ



গুণো কম নহয়। আপোনালোক দুয়োজন নৰ-নাৰায়ণ অৱতাৰ। অতএৱ আপোনাৰ তুল্য পৰম-পবিত্ৰ চৰিত্ৰ সকলো কলাৱিদ্যাত নিপুণ আৰু উদাৰতা ধৈৰ্য্যাদি গুণেৰে বিভূষিত এনে ৰজা এতিয়া ভূমণ্ডলত নাই। আপোনাৰ প্ৰসাদত আমাৰ বত্ৰিশ গৰাকী পুতলাৰ পাপক্ষয় আৰু শাপৰপৰা উদ্ধাৰ হলোহঁক। ভোজৰাজে ক'লে, সেইটো কেনে ধৰণৰ চৰিত্ৰ তাৰ বৃত্তান্ত বৰ্ণনা কৰাহঁক। ভোজৰাজৰ কথা শুনি পুতলাবিলাকে ক'বলৈ আৰম্ভ কৰিলে, মহাৰাজ শ্ৰৱণ কৰক। আমি বত্ৰিশ গৰাকী সুৰঙ্গনা পাৰ্বতীৰ সখী আছিলোঁহঁক, তেওঁ আমাক অত্যন্ত স্নেহ কৰিছিল। আমালোকৰ বত্ৰিশ গৰাকী দেৱ-কন্যাৰ নাম যথাক্ৰমে—মিশকেশী (১), প্ৰভাৱতী (২), সুপ্ৰভা (৩), ইন্দ্ৰসেনা (৪), সুদতী (৫), অনঙ্গনয়না (৬), কুৰঙ্গনয়না (৭), লাৱণ্যৱতী (৮), কামকালিকা (৯), চণ্ডিকা (১০), বিদ্যাধৰী (১১), প্ৰজ্ঞাৱতী (১২), জনমোহিনী (১৩), বিদ্যাৱতী (১৪), নিৰূপমা (১৫), হৰিমধ্যা (১৬), মদনসুন্দৰী (১৭), বিলাসৰসিকা (১৮), শৃঙ্গাৰকলিকা (১৯), মনথ সঞ্জীৱনী (২০), ৰতিলীলা (২১), মদনৱতী (২২), চিত্ৰৰেখা (২৩), সুৰতগহবৰা (২৪), প্ৰিয়দৰ্শনা (২৫), কামোন্মাদিনী (২৬), সুখসাগৰা (২৭), শশিকলা (২৮), চন্দ্ৰৰেখা (২৯), হংসগামিনী (৩০), কামৰসিকা (৩১), উন্মাদিনী (৩২)।

এসময়ত পৰমেশ্বৰ শঙ্কৰ সিংহাসনত উপবিষ্ট হৈ প্ৰেম আৰু বিলাসেৰে আমালোকৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে পৰমেশ্বৰৰ আমাৰ ফালে চোৱা কটাক্ষ দৃষ্টিত পাৰ্বতী কুপিতা হৈ আমালোকক শাপ দিলে, তোমালোক পুতলা হৈ ইন্দ্ৰৰ সিংহাসনত সংলগ্ন থাকিবা। তেতিয়া আমি সকলোৱে প্ৰণিপাত হৈ শাপৰ অৱসানৰ বাবে প্ৰাৰ্থনা কৰিলোহঁক। তেতিয়া পাৰ্বতীয়ে আমাক আশ্বাস দি ক'লে, সেই সিংহাসনখন ৰজা বিক্ৰমাদিত্যৰ ৰাজত্বৰ পাছত যেতিয়া ভোজৰাজৰ হস্তগত হ'ব তেতিয়া তোমালোকৰ লগত ভোজৰাজৰ কথোপকথন হ'ব। যেতিয়া ভোজৰাজে তোমালোকৰ ওচৰত বিক্ৰমাদিত্যৰ চৰিত্ৰ

শ্ৰৱণ কৰিব তেতিয়াই তোমালোকৰ শাপ অৱসান হ'ব। বত্রিশ-গৰাকী সুৰঙ্গনাই কোৱা চৰিত্ৰখিনি আদায় হোৱাৰ লগে লগে সিংহাসনত সংলগ্ন হৈ থকা পুতলাবিলাকে দিব্য দেহ ধাৰণ কৰি নিজৰ স্থানলৈ গমন কৰিলে।

ইয়াৰ পাছত ভোজৰাজে সেই সিংহাসনৰ ওপৰত দেৱালয় নিৰ্মাণ কৰি তাত দেৱীৰ অষ্টদল উমা-মহেশ্বৰ মূৰ্তি স্থাপন কৰি ষোড়শোপচাৰে পূজা কৰিবলৈ আৰম্ভ কৰিলে, আৰু ধৰ্মনিৰত লোকসকলক প্ৰতিপালন কৰি পৃথিৱী শাসন কৰিবলৈ ধৰিলে। দেৱতাৰ পূজা স্তব-কীৰ্তন আদিৰদ্বাৰা গৌৰী সন্তোষিত হৈ ভোজৰাজৰ প্ৰতি অতিশয় আনন্দ প্ৰকাশ কৰিলে।

দ্বাত্ৰিংশ উপাখ্যান সমাপ্ত ॥